মোৰ এই গল্পটো এটা কেচুৱা ল'বাৰ বিষয়ে, পৰৰ কেচুৱা এটি কোলাত লোৱাৰ বিষয়ে এই গল্প। আপুনি হয়তো নাক কোচাই ক'ব—থোৱা, কেচুৱা ল'বা দেখিলে সকলোৰে মৰম লাগে, একোলা ল'বৰ ইচ্ছা যায়—ই এটা স্বাভাৱিক কথা, গতিকে ইনো আক কি গল্প? মই কওঁ—কেচুৱা দেখিলে একোলা লোৱাটো গল্প নহ'ব পাৰে কিন্তু অবুজ কেচুৱা এটি যেতিয়া পৰ—ভেনেই পৰ এজনৰ কোলাত নিজে জপিয়াই আহে, তাকো এজুম মানুহৰ মাজত, তেতিয়া সেইটো গল্প নহৈ কি হ'ব?

ঘটনাটো ঘটিছিল এক ৰেল ষ্টেশ্যনত।

এজন লেখকে কৈছে—কোনো এজন লোকে এটি কেচুৱা দেখি হাত আগবঢ়াই দিলে যদি কেচুৱাটোৱে সেই মৰমৰ হাত প্ৰত্যাখ্যান কৰে, তেন্তে সেইজন লোকৰ অন্তৰ হেনো সাংঘাটিক নিষ্ঠুৰ হ'ব পাৰে। শিশুৰ ইমান বোধশক্তি! বাৰু, সেইদিনা মোৰ লগত সেই লেখকজন থকা হলে তেওঁ কি লিখিলেহেঁতেন? এজুম মানুহৰ মাজত এটি শিশু যদি বাছি বাছি নিৰ্দ্দিষ্ট এজনৰ কোলাত জপিয়াই আহে, সেইজনৰ অন্তঃকৰণ—তেওঁ কি বুলি লিখিলেহেঁতেন??

ঘটনাটো ঘটিছিল এক ৰেল ষ্টেশ্যনৰ ৰেটিংৰ মত।

বিহুৰ বন্ধত কৰবী আহি পোৱাৰ কথা, আগবঢ়াই আনিবলৈ গৈছিলোঁ। ৰেল আহি পোৱালৈ সময় আছিল বহুত, গতিকে ৰেষ্টিং ৰুমত বহি একমনে আলোচনী এখনৰ পাত লুটিয়াই আছোঁ। এবাৰ শুনো—মোৰ সমুখত বহি থকা ভদ্র মহিলাগৰাকীৰ কোচত থকা কেচুৱাটো হঠাৎ দেখোন উত্ৰাৱলভাৱে কান্দি উঠিছে। মুৰ তুলি চালোঁ—এটি সুন্দৰ ল'ৰা, প্ৰায় এবছৰীয়া। মাকৰ কোলা সি ভাল পোৱা নাই, কিবা এটা লাগে। কিন্তু কি লাগে? ভদ্ৰতা ৰক্ষা কৰিবলৈ কৰা মাকৰ সকলো চেষ্টা বিফলে গৈছে। এজনে আগবাঢ়ি লোজেন এটা দিব খুজিছে—এইটো, এইটো, চোৱা! এজনে কোলাত ল'বলৈ হাতখন আগবঢ়াই দিছে—আহা, আহি-ব! এজনে তাৰ সমুখত জুনুকা এটা বজাইছে—জুন জুন জুনুক—এইযে! কিন্তু সকলো পৰাস্ত। ল'ৰাটোৰ কান্দোন বন্ধ নহয়। মই অলপ নিৰ্লিপ্ত হৈ আছোঁ, ভদ্ৰতাৰ ভাবেৰে কিঞ্চিৎ আমনি পোৱাৰ নিচিনা দেখুৱাইছোঁ। তেনেতে এজনে হঠাৎ আৱিষ্কাৰ কৰি পেলালে—ল'ৰাটোৱে মোৰ কোলালৈ আহিবলৈহে ইমানকৈ কন্দা-কটা লগাইছে! কিযে কাণ্ড! মই ল'ৰাটোৰ মুখলৈ চালোঁ—সঁচা, সি মোৰ মুখলৈ চায়েই কান্দিছে, হাত-ভৰি জোকাৰি আহিবলৈ উত্ৰাৱল হৈ উঠিছে। কিয় জানো— লাজ লাগি গ'ল। তথাপি সকলো ভদ্ৰতা পাহৰি হাত দুখন আগবঢ়াই দিলোঁ। তৎক্ষণাত কেচুৱাটো জাপ মাৰি আহিল আৰু মুখত বৰষুণৰ পাচৰ নিকা ৰ'দ এছাটিৰ দৰে জিলিকি উঠিল এজোলোকা হাঁহি।

আপুনি চাগে ভাবিছে—এঃ! এনে নহ'বৰ হ'ল—ইও আকৌ এটা গল্প! নহয়, ৰ'ব।

এক মুহূৰ্ত্ততে গোটেই কোঠাটো কঁাহ পৰি জীণ গ'ল। মই যেন গোটেই মানুহবোৰক এটা ডাঙৰ সকাহ দিলোঁ। ল'ৰাটোৰ মুখলৈ চালোঁ—সি মোৰ মুখত যেন কিবা এটা হেৰোৱা বস্তুহে ঘূৰাই পাইছে, কিৰিলিয়াই হাঁহিছে। বৰ ভাল লাগি গ'ল, বুকুত নিবিড়ভাৱে

সাৰটি লৈ নচুৱাবলৈ ধৰিলোঁ। গোটেই মানুহবোৰে মোলৈ অৰ্থপূৰ্ণ-ভাবে চালে। মোৰ গাত যেন কিবা এটা বিশিষ্টতা আছে, এটা সম্মোহিনী শক্তি আছে! এৰা, নহলেনো কিয় এনেকৈ জপিয়াই আহিব কেচুৱাটো? শিশুৰযে অদ্ভুৎ বোধ-শক্তি। ভাবি গৰ্বও লাগিল—মোৰ গাত যেন এটা বিশেষ ব্যক্তিত্ব, এনে ব্যক্তিত্ব যে তাৰ বলেৰে মাকৰ বুকুৰ পৰাও আকৰ্ষণ কৰি আনিব পাৰোঁ এটা কেচুৱা!

হায়, কৰবী এই মুহূৰ্ত্তত থকা হ'লে! মোৰ এই ব্যক্তিত্বৰ আকৰ্ষণ দেখি কৰবী হয়তো অবাক হৈ গ'লহেঁতেন! হয়তো লাজো পালেহেঁতেন! মোৰ প্ৰতি আকৃষ্টা হৈও নিৰ্লিপ্তা হৈ দেখুৱা তেওঁৰ অভিনয় এই মুহূৰ্ত্তত হয়তো ছাই হৈ গ'লহেঁতেন!

ল'ৰাটোক লৈ গৰ্বেৰে কোঠাটোত পদচালনা কৰি ফুৰিছোঁ। কৰবীৰ বাবে ধুনীয়াকৈ পিন্ধি অহা চুটটো সোতোৰ-মোচোৰ হৈ পৰিছে—হওক, বাহ্যিক সাজপাৰে কি কৰিব, ব্যক্তিত্বহে আচল কথা। আৰু তেনে ব্যক্তিত্ব মোৰ গোটেই কোঠাটোৰ ভিতৰতে আটাইতকৈ বেছি। মহাত্মা গান্ধীৰ শুদা গাৰে তোলা ছবি এখন আছিল। সমুখত থিয় দিলোঁগৈ। মনত পৰিল—পৃথিবীৰ মণিষীসকল—গান্ধী, নেহৰু, আইনষ্টাইন—তেওঁলোকৰ শিশু-প্ৰীতি কিমান! তেওঁলোক শিশুৰ মাজতো কিমান প্ৰিয়! কোনে জানে—তেওঁলোকৰ দৰে মোৰ গাতো কিজানি কিবা এটা মহত্ত্ব লুকাই আছে! ভাবি অজ্ঞাতসাৰেই ল'ৰাটোক আৰু জোৰকৈ বুকুত হেঁচি ধৰিলোঁ!

তেনেতে বেলখন আহি পোৱাত গোটেই কোঠাটো ব্যস্ত হৈ উঠিল। সকলোৱে নিজৰ নিজৰ বস্তু ঠিক-ঠাক কৰি ললে। মহিলা কেচুৱাটো মাকৰ কোলাত গুজি দি বাহিৰলৈ কোৰ লওঁ। ল'ৰাটো আকৌ এবাৰ কান্দি উঠিল কিন্তু মোৰ ৰ'বলৈ সময় নাই—কৰবী আহিছে, কৰবীক লগ ধৰিব নোৱাৰিলে সকলোযে মিছা হৈ যাব!

ষ্টেশ্যনৰ বেঞ্চৌখনত বহিলোঁহি। গাৰ কোটটো ঠিক-ঠাক কৰি

আৰু টাইৰ নটটো টানকৈ মাৰি উৎফুল্লভাবে কবৰীক গোটেই ঘটনাটো একালৰ পৰা কৈ গলোঁ। শুনি কবৰীয়ে হাঁহিলে। মাত্র হাঁহিলে। সুধিলোঁ—"তিৰোতা মানুহৰ কেচুৱা সম্পর্কে জ্ঞান বেছি। তুমি কি ভাবা ?"

উত্তৰত কবৰীয়ে মোৰ.ফালে নতুনভাবে এবাৰ চালে। তাৰ পাচত আকৌ মিচিকিয়াই হাঁহিলে আৰু শেষত যাবলৈ থিয় হৈ কলে—"বিশেষ একো নহয়। কেচুৱা ল'বাই উজ্বল বস্তু দেখিলে পাবলৈ বিচাৰে। আপোনাৰ নেকটাইডাল নতুন আৰু চিকমিকোৱাতো!"

উত্তৰত কবৰীক কৈ দিবৰ মন গৈছিল—"ননচেন্স !"



ভোলানাথ ওৰফে ভুলু সিদিনা অলপতে ঢুকাল। তেওঁৰ দৰে স্বনামধন্য এজন খেলুৱৈৰ অকাল মৃত্যুত খেল-পথাৰত হঠাৎ বিষাদৰ ছাঁ নামিল, আবেলিটো গধুৰ হৈ উঠিল। মেল-মিটিং পাতি দুখ প্রকাশ কৰা হ'ল আৰু কেইবাদিনলৈও খেল বন্ধ থাকিল স্বর্গগত ভোলানাথৰ সন্মানৰ বাবে।

ভোলানাথৰ অন্তিম মুহূর্ত্তত মই উপস্থিত আছিলোঁ। কাৰণ ভোলানাথ সম্বন্ধত মোৰ দদাইদেউ হয়। এই সম্বন্ধটোৰ কথা কোনেও আগতে জনা নাছিল, জনাৰ প্রয়োজনো হোৱা নাছিল। জানিলে পিচতহে। অর্থাৎ যেতিয়া মই দদাইদেউ ভোলানাথৰ বিষয়ে কাকতত এটা প্রবন্ধ প্রকাশ কৰিলোঁ। ভোলানাথৰ দৰে খেলুৱৈক দদায়েকৰূপে পোৱাটো জানো কম গৌৰৱৰ কথা ? আৰু সেইবাবে প্রবন্ধটো

ওলোৱাৰ লগে লগে বন্ধুমহলে মোলৈ অৰ্থপূৰ্ণভাবে আৰু প্ৰশংসাসূচক দৃষ্টিৰে চালে। সেই প্ৰশংসা প্ৰৱন্ধ এটা লিখিবপৰা ক্ষমতাৰ বাবে নহয় কিন্তু এইভাবে যেন—ৰীতিমতে অনুশীলন কৰা হ'লে দদাইদেউৰ.দৰে ময়ো এজন কৃতী খেলুৱৈ হ'ব পাৰিলোহেঁতেন। আমি বহুত ক্ষেত্ৰত মানুহৰ গুণ সম্ভাৱনাৰ মাপকাঠিৰেহে নিৰ্ণয় কৰোঁ। এজন সমালোচকেও ক'ৰবাত যেন কৈছিল : এজন লেখকে কি লিখিলে তাৰ জোখেৰে তেওঁক মহৎ বুলিব নোৱাৰি, কি লিখিলেহেঁতেন তাৰ জোখেৰেহে তেওঁ মহৎ।

যাওক সেইবোৰ কথা। দদাইদেউ ভোলানাথৰ বিষয়ে প্ৰৱন্ধটো ওলাল। মই তাত শেষ মুহূৰ্ত্তৰ দৃশ্যটো বৰ্ণনা কৰি লিখিছিলোঁ—দদাইদেৱে জীৱনত কোনো খেলতে পৰাজয় বৰণ কৰা নাছিল, পৰাজয় বৰণ কৰিলে মাত্ৰ এখন খেলত আৰু সেই পৰাজয় সহ্য কৰিব নোৱাৰি তেওঁ চকু দুটা মুদি দিলে, কোনেও আৰু সেই চকু মেলাব নোৱাৰিলে।

প্ৰৱন্ধটো চুটি হৈছিল বাবে কেইটামান কথা মই নিজে যোগ কৰি দিলোঁ। অকল খেলুৱৈয়েই নহয়, দদাইদেউ ভোলানাথ আছিল এজন সৰবৰহী লোক (ভাল খেলুৱৈ হ'লে সৰবৰহী হোৱাই স্বাভাৱিক)। তাৰোপৰি ভোলানাথ আছিল পৰোপকাৰী আৰু আনক সহায় কৰিবলৈ সদায় প্ৰস্তুত।

গ'ল কথা গুচিল।. দুদিন পাচত খেল-পথাৰত আকৌ আনন্দৰ ঢৌ বাগৰি গ'ল, ভোলানাথ-প্ৰসঙ্গ পাহৰণিত লীন গ'ল। কিন্তু তাৰ মাজত এজনে দদাইদেউ ভোলানাথক—অন্ততঃ মোৰ প্ৰৱন্ধটো—পাহৰিব নোৱাৰিলে। আৰু প্ৰকৃততে ক'বলৈ গ'লে এই ৰসজ্ঞ পাঠকজনৰ কথা লৈয়েই মোৰ এই কাহিনী।

এদিন তেওঁ বাটত মোক পাই ভোলানাথৰ প্ৰসঙ্গটো উলিয়াই কলে—মিছা, ভোলানাথৰ শূন্য ঠাই কোনেও আৰু পূৰ্ণ কৰিব নোৱাৰিব। তাৰ পিচত সুধিলে—ভুলু আপোনাৰ দদাইদেৱেক হয় ?

মই আনন্দত উৎফুল্ল হৈ কলোঁ—ও তোন। মোৰ দেউতাৰ আপোন ভায়েক, নিজৰ ভায়েক !

হঠাৎ তেওঁ দেখোন গহীন হৈ পৰিল, তাৰ পাচত সতর্কভাৱে চাৰিওফালে চাই লৈ কলে—আপোনাৰ আপোন দদায়েক বুলিহে কওঁ, আন ক'তো ক'বলৈ নাযাওঁ। আমাৰ মাজত এটা কথা হৈছিল।

মই উৎসাহেৰে কলোঁ—কি কথা কওক, মই দদাইদেউৰ জীৱনীটো এখন কিতাপ আকাৰে উলিয়াম বুলি ভাবিছোঁ। তাত আপোনাৰ সেই কথাটো সন্নিৱিষ্ট কৰি দিম।

উত্তৰত তেওঁ দেখোন যাবলৈ থিয় হ'ল। তাৰ পিচত মোৰ কাণে কাণে সৰুকৈ কলে—আপোনাৰ আপোন দদায়েক বুলিহে কওঁ, আনক নক'ব, তেওঁ এবাৰ মোৰ পৰা ৰূপ কুৰি টকা ধাৰলৈ লৈছিল। ঘূৰাই আৰু দিবলৈ নাপালে, বেচেৰা গুচি যাবলগা হ'ল।

মই একো ক'বলৈ বিচাৰি নেপাই তেওঁলৈ অবাক দৃষ্টিৰে মাত্র চাই থাকিলোঁ।



সুমিত্ৰাক আপুনি নিশ্চয় চিনি পাব। চাৰিআলিৰ চুকৰ সেই ঘৰটোযে। সুমিত্ৰাক চিনি নোপোৱা লোক কমেইহে আছে। আমি দুই ধৰণৰ ছোৱালীক সাধাৰণতে এনেয়ে চিনি পাওঁ। এবিধৰ মুখবোৰ পূর্ণিমাৰ জোন আৰু আন বিধৰ—

আপুনি ক'ব—সুমিত্ৰা দেখিবলৈ বেয়া কিন্তু সেইটো সুমিত্ৰাৰ

দোষ নহয়। ময়ো কওঁ—এৰা, নহয়। সেইটো বিধাতাৰ দোষ। আপুনি ক'ব—সুমিত্ৰা কুৰূপা কিন্তু তাৰপৰা কাৰো ক্ষতি হোৱা নাই। ময়ো কওঁ—ক্ষতি হোৱা নাই কাৰো, হৈছে যদি সুমিত্ৰাৰে। তথাপি কওঁ আৰু আপুনিও ক'ব—সুমিত্ৰাজনী দেখিবলৈ বেয়া।

নাৰীক আমি সৌন্দৰ্য্যময়ী হোৱাটো বাঞ্ছা কৰোঁ। যি নাৰীয়ে কদৰ্য্য মুখেৰে আমাৰ তেনে আশা চুৰমাৰ কৰি দিয়ে, সেই নাৰীলৈ আমাৰ খং উঠে।

সেইবাবে ভাবোঁ—সুমিত্ৰা কুৰূপা হ'ব নালাগিছিল।

কিন্তু তাতকৈও পুতৌ লগা কথা—সুমিত্ৰা যেন নিজৰ মুখখনৰ প্ৰতি সজাগ নহয়। মই সেই বাটেদি পাৰ হৈ গলে মোলৈ যেনেকৈহে চাই থাকে। কেতিয়াবা খিড়িকীৰ কোণেদি, কেতিয়াবা ফুল এপাহ ছিঙাৰ ছলেৰে পদূলিলৈ ওলাই আহি। অৱশ্যে সুমিত্ৰাৰ সেই চাৱনিত কোনোদিনে মই একো তাৎপৰ্য্য আৰোপ কৰা নাই, সেই চাৱনি মোৰ বন্ধু মহলত আলোচনাৰ বিষয়লৈ উন্নীত কৰিব খোজা নাই। তথাপি কেতিয়াবা ভাবোঁ—সুমিত্ৰাই মোলৈ কিয় চাই থাকে? যিমানে সেই চোৱাৰ অৰ্থ বিচাৰি যাওঁ, সিমানেই মনলৈ ভাঁহি আহে সুমিত্ৰাৰ সেই মুখখন, ডাঠ চেলাউৰিৰ তলত সৰু সৰু চকু দুটা, বহল নাকটো আৰু বতাহেও ঢৌ তুলিব নোখোজা চুলিটাৰ। হাঁহি উঠে।

তাৰ পাচত এটা ঘটনা। আপুনি ল'ৰা-ধেমালি বুলি উৰাই দিব পাৰে, তথাপি মই ক'বই লাগিব।

সিদিনা সন্ধিয়া ফুৰি-চাকি ঘৰলৈ উলটিছোঁ। দূৰৰ আকাশত সপ্তমীৰ জোনটো নাও এখনৰ দৰে আগবাঢ়িছে। মৃদু মলয়াৰ পৰশত জোনাকবোৰ কঁপি কঁপি মাটিত পৰিছেহি। চাৰিওফাল নিজান যেন পাই গছৰ পাতবোৰে জিৰ জিৰ গান গাইছে। সুমিত্ৰাহঁতৰ পদূলিটো পাইছোঁহি। তেনেতে—

তেনেতে হঠাৎ দেখোন ওপৰৰ পৰা কিবা এটা মোৰ ভৰিৰ কাষত থপকৈ সৰি পৰিল। এপাহ ধুনীয়া গোলাপ। আচৰিত হৈ ঘূৰি চালো। দেখোঁ—সুমিত্ৰা গছ এজোপাৰ আঁৰৰ পৰা হাঁহি হাঁহি ভিতৰলৈ দৌৰ মাৰিছে। ভীষণ খং উঠি গ'ল। এইটো আকৌ কি ধেমালি? সোমাই গৈ দুআষাৰ শুনাই দিওঁ নে কি? কিন্তু নগলোঁ। কথাটো ৰাষ্ট্ৰ হৈ গ'লে মোৰেই লাজ। গতিকে ব্যস্ত খোজেৰে ফুলটো ইচ্ছাকৃতভাবে গচকি কোবা-কুবিকৈ ঘৰৰফালে আগবাঢ়িলোঁ।

খং আৰু অপমানত বিছনাত দীঘল দি পৰিলোঁহি। ইমান সাহ, বিশেষকৈ সুমিত্ৰাৰ দৰে এজনী ছোৱালীৰ। কিন্তু পিচ মুহূৰ্ত্ততে ভাবিলোঁ—কিনো এনে অকাৰ্য্যটো কৰিলে! হয়তো সুমিত্ৰাই মোক ভাল পাবলৈ প্ৰয়াস কৰিছে।

ভবাৰ লগে লগে মনটো কিয় জানো হঠাতে শাঁত পৰি গল। সুমিত্ৰাই মোক ভাল পায়। জগতৰ এটি প্ৰাণীয়ে মোক ভাল পায়। ভালপোৱাটো কেনে স্বৰ্গীয় সম্পদ। কত ৰজা-মহাৰজাই ৰাজকোষ উদঙাই দিও ভালপোৱা লাভ কৰিব নোৱাৰে, সেই ৰজাবোৰ কিমান দুখীয়া! আৰু তেনে দুৰ্লভ ভালপোৱা মই অযাচিতে লাভ কৰিছোঁ।

সুমিত্ৰাৰ মুখখন মোৰ মনৰ পৰ্দাত ভাঁহি উঠিল—সেই মুখ, ডাঠ চেলাউৰিৰ তলত সৰু সৰু চকু দুটা, বহল নাকটো আৰু বতাহেও চৌ তুলিব নোখোজা চুলিটাৰ। হঠাৎ আবিষ্কাৰ কৰিলোঁ—সুমিত্ৰাৰ

চকু দুটা কেনে সুন্দৰ! সেই চকুত ভালপোৱাৰ চলবোৰ সৌন্দৰ্য্যৰ চল হৈ বাগৰি গৈছে।



এসপ্তাহ অপেক্ষা কৰাৰ পাচত শ্ৰীমতীৰপৰা যিখন চিঠি আহিল সেইখন পূৰ্ব্বৰ তিনিখন চিঠিৰে যেন কাৰ্বন-কপি। তেওঁ এতিয়া মাকৰ ঘৰৰপৰা আগত দুৰ্গা পূজাটো এৰি কোনোমতেই আহিব নোৱাৰিব—পূজালৈ আৰু মাত্ৰ দুটা মাহ বাকী। আৰু টুটুমণি? তাই আমনি কৰি থাকে যদি স্কুলৰ হোষ্টেলত ৰাখিব নোৱাৰিনে এই দুমাহ? তাই কিবা সৰু ছোৱালী হৈ আছেনেকি—সাত বছৰত ভৰি দিলে দেখোন!

মোৰ খং উঠিব খুজিছিল, দুঠিল। ভাবিলোঁ—খঙেৰে কাম নহ'ব। এইবাৰ বুদ্ধি খটোৱা যাওক। টুটুমণিক মাতি আনিলোঁ। হাতত কাগজ-কলম দি লিখি যাবলৈ কলোঁ—মৰমৰ মা—তুমি যদি এসপ্তাহৰ ভিতৰত নাহা, চাবা। দেউতাই কিবা ভাবি-চিন্তি থাকে—একো নাখায়। মোৰ ভয় লাগিছে—কিযে হ'ব! তুমি সোনকালে আহাঁ—এই চিঠি পায়েই।

তাৰ উত্তৰত যি চিঠি আহিল, সেইখনক চিঠি নোবোলে। ডাক্তৰৰ প্ৰেচক্ৰিপ্‌চন। সোনকালে শুব, সোনকালে উঠিব। পানী বেছিকৈ খাব। চাহ কমাব। ৰাতিপুৱা গাখীৰ আৰু বিস্কুট—আবেলি সেইদৰে বিস্কুট আৰু গাখীৰ।

যাঃ! এইবাৰ কি লিখা যায়! চিঠি আৰু উত্তৰতে দুমাহ

যাবনেকি। ভাবি থাকোঁতেই ওচৰচুবুৰীয়া তপন উকীলৰ পৰামৰ্শ—আয়া এজনী নাৰাখে কিয়? তিৰোতাজনী হ'ল বুলি দুদিন ছুটীও পাব নালাগেনে?

এৰা, আয়া এজনীওতো ৰাখিব পাৰি এই দুমাহ। ভবাৰ লগে লগে জপিয়াই উঠিলোঁ। আৰু শ্ৰীমতীলৈ মনত পৰি ভাবিলোঁ—বন্ধাৰ পাচত খোৱা আৰু খোৱাৰ পাচত বন্ধাতে ইমান বছৰ গ'ল। দুদিন মাকৰ ঘৰত আছেগৈ—তাকে মোৰ সহ্য নহয়। চিঃ!

আৰু কি সৌভাগ্য—এদিনতে পাই গলোঁ আয়া এজনী।

এসপ্তাহৰ পাচত শ্ৰীমতীলৈ দীঘলীয়া চিঠি এখন লিখিলোঁ। লিখিলোঁ—নাম তাইৰ ৰেইণী। নামত আয়া যদিও এজনী সু গৃহিণী। কি কথা! কি খোজ! তাইক পাই টুটুমণিয়েতো চব পাহৰিয়েই পেলালে। নেলাগে। তুমি পূজাৰ পাচতে আহিবা। আগৰ চিঠিত তোমাক ঘনে ঘনে মাতি থকাৰ বাবে এতিয়া লাজ লাগিছে। বেয়া নাপাবা দেই। একো চিন্তা নকৰিবা। আমাৰ ভাল। তোমাৰ কেনে।

শ্ৰীমতীৰ উত্তৰলৈ বাট চালোঁ—কোনো উত্তৰ নাই। ডাক-পিয়নটো মোৰ পদূলি অপমান কৰি সদায় গুচি গুচি যায়। কি হ'ল—শ্ৰীমতীৰ এইবাৰ অসুখ নেকি?

সাদিনৰ দিনা গেট খোলাৰ শব্দ। পিয়ন? কিন্তু পিয়ন নহয়, এখন টেক্সী। আৰু টেক্সীৰপৰা নামি আহিছে শ্ৰীমতী!



সৌ যে অকণমানি ছোৱালীজনী—গাত কুটকুটীয়া ফ্ৰক আৰু মূৰত বঙা ফিটাডাল। সোণোৱালী হাতেৰে সোণোৱালী বালিৰ দ'ল এটা সাজি আছে, সৌযে ধুনীয়া ছোৱালীজনী। মই তাইৰ নামটো জানো। ধনেশ্বৰী। নামটো কোনে দিলে জানে?

আপনি চাগৈ ভাবিছে—যেয়েই নিদিয়ক লাগে, এনে এজনী ধুনীয়া ছোৱালীৰ নাম ধনেশ্বৰী থ'ব নালাগিছিল। এৰা, সেইটো অৱশ্যে সঁচা, কিন্তু তাতকৈও সঁচা—বহুত সময়ত দিয়া বস্তুবোৰৰ নিজা একো মূল্য নাই, কোনে দিছে সেইটোৰহে বেছি মূল্য। নামটো কোনে দিয়া জানে?

ধনেশ্বৰী মোৰ বন্ধু ধৰ্ম বৰুৱাৰ প্ৰথম সন্তান। প্ৰথম সন্তান বুলিয়েই মই সিদিনা তেওঁক "কংগ্ৰেচুলেশ্যনছ" দিবলৈ গৈছিলোঁ। আহিবৰ পৰত পৰ্দাৰ সিফালৰপৰা বৈণীয়েকে বৰুৱাক উদ্দেশ্য কৰি কলে, ছোৱালীজনীৰ নাম এটা দিবলৈ ক'বচোন তেখেতক।

কথাষাৰ শুনি মই থমক খাই গলোঁ। নাম এটা দিব লাগে মই! হঠাৎ মনত পৰিল—ল'ৰা-ছোৱালীৰ সুন্দৰ নাম দিবলৈ বহুত পিতৃ-মাতৃয়ে হেনো কবি ৰবীন্দ্ৰনাথলৈও অনুৰোধ কৰি চিঠি দিছিল। মনত পৰি ভাল লাগি গ'ল। এৰা, ময়ো কবিতা লিখোঁ। ঘৰৰ চুকৰ তিৰোতা এজনীয়েও সেই খবৰ ৰাখে। মোৰ কবিতা হয়তো কোনো কোনোৱে মনতো ৰাখে!

উকলিকৃত হৈ উলটি আহিলোঁ। আৰু আহিয়েই একালৰ পৰা অভিধানৰ পাত লুটিয়াবলৈ ধৰিলোঁ। বসন্ত কালত জন্ম, গতিকে সেই ঋতুৰ লগত সম্বন্ধ থকা নাম এটা হ'লে ভাল। কেতেকী? এহ! কিবা পুৰণি ধৰণৰ যেন। মল্লিকা? নাই, ভাল নালাগে দেখোন! মলয়া? কুসুম? অন্নপূৰ্ণা? আৰু সৰ্বশেষত বাসন্তী নামটো যেতিয়া পালোঁগৈ তেতিয়া বাতি দুই বাজিল।

ধৰ্ম বৰুৱাই কলে: "নামটো বেছ অৰ্থপূৰ্ণ হৈছে।"

ঘৈণীয়েকেও ভিতৰৰপৰা সমৰ্থন জনালে—কথাবে নহয়, বৰুৱাৰ নিৰ্দেশলৈ বাট নাচাই চাহ একাপ পঠিয়াই দি। আহিবলৈ উঠিছো, এনেতে ঘৰঘৰীয়া মটৰ এখনত উঠি হুৰমুৰভাবে সোমাই আহিল আমাৰ নন্দেশ্বৰ দত্ত। নামত উকিল যদিও কামত বহুত। ধানকল, চিনেমা হল আদি নানা ব্যৱসায়। দৰ্কাৰ পৰিলে বক্তৃতাও দিয়ে। এইবাৰ মিউনিচিপেলিটিৰ চেয়াৰমেনো হ'ব হেনো।

মটৰ গাড়ীৰ এটা ডাঙৰ গুণ—ই ঘৰৰ আগত থিয় হৈ ভিতৰৰ মানুহবোৰক সাতটা লেঠা তৎক্ষণাত পাহৰাই বাহিৰলৈ উলিয়াই আনিব পাৰে। মিচেচ বৰুৱাও তেনেভাবে বাহিৰ পালেহি, কোলাত কান্দি কান্দি বাসন্তী। আহিয়েই কলে : অ'—পেহাদেউ! ইমান দিনৰ মূৰত!

দত্তই তেনে এষাৰ কথাৰ বাবে যেন প্ৰস্তুতেই আছিল, এনেভাবে হাঁহি এটা মাৰি জেপত হাত ভৰালে আৰু তাৰ পাচত বাসন্তীৰ ডিঙিত পিন্ধাই দিলে এডাল সোণৰ হাৰ। কি আচৰিত! বাসন্তীৰ কান্দোন তৎক্ষণাত বন্ধ হৈ গ'ল। তাইৰ ধুনীয়া ডিঙিটো পাই হাৰডালে সাৰটি ধৰিলে, কিন্তু মোক যেন হাঁহি হাঁহি ক'লে—কবিবৰ, মোৰ তিৰবিৰণি তুমি এতিয়াও সহ্য কৰি থাকিব পাৰিছা?

ঘৰলৈ ঘূৰি আহি ভাবিলোঁ—নেকলেচ এডালনো কি ডাঙৰ বস্তু? বাসন্তীয়ে জীৱনত কত নেকলেচ পাব, কত নেকলেচ সলাব, কিন্তু নামটো আৰু নসলায়। নন্দেশ্বৰ দত্তক আজি হয়তো বাহ্যিকভাবে সকলোৱে চিনি পায় কিন্তু কাইলৈ? এজন কবি কিন্তু থাকি যাব মানুহৰ অন্তৰবো অন্তৰত চিৰকাল—তেওঁৰ কবিতাৰে।

কেইদিনমানৰ পাচত বৰুৱাহঁত আমাৰ ঘৰলৈ আহিল। বাসন্তীৰ ডিঙিত সোণৰ হাৰডাল জিলিকি আছে। মোৰ পৰিবাৰে প্ৰথম কৰ্তব্য হিচাপে বাসন্তীক কোলাত তুলি লৈ মৰম কৰিলে। ধুনীয়া

ডিঙিটোত হাবডাল বজিতা খাই পৰাৰ কথা কলে। তাৰ পাচত সুধিলে—নাম কি থৈছে ?

তেনেতে কিয় জানো—মেজত সজাই থোৱা মোৰ কবিতাৰ কিতাপখনৰ পাত এটা বতাহত ফুৰ ফুৰকৈ হঠাৎ কঁপি উঠিল।

মিচেচ বৰুৱাই সন্তুষ্ট কণ্ঠেৰে কলে—ধনেশ্বৰী। নামটো কোনে দিয়া জানে ?

ঠিক তেনেতে হোৱালীজনী হঠাৎ কান্দি উঠিল। পাচৰ ডোখৰ কি ক'লে আৰু শুনিলোঁ।



সন্মুখৰ পৰ্বতৰ গিলাচটোত ৰৰফটুকুৰা সৰু হৈ যাব লাগিছে। মোৰ বহলৰ টেবুলখনৰ দাঁতিত থকা চকি দুখন খালী হৈ থাকিলেও তাত কোনো বহাহি নাই। মোৰ ওপৰত বিশেষত্ব আৰোপ কৰি কোনো কাষচাপি নহাৰ বাবে বৰং ভালেই লাগিছে। আৰু মোৰ যেন অফুৰন্ত সময়, এনেভাবে গিলচৰ পৰ্বতখিনি এসোহা এসোহাকৈ খাবলৈ ধৰিছোঁ।

ৰেষ্টোৰাঁখনৰ "বয়"টোৱে মোক চিনি পাইছে নেকি বাৰু ? চিনি নাপালেও মই যে এজন ভব্য-গব্য লোক, সি নিশ্চয় যেন বুজিছে। মোৰ ডিঙিত টাই, গাত কোট—এই গৰমত এনে পোছাক যেয়ে-সেয়ে নিপিন্ধে, এই কথা ধৰি লৈছে।

পৰ্বতত বৰফ আৰু মুৰৰ ওপৰত ফেন, তথাপি গৰমটোৱে যেন হেঁচা মাৰি ধৰিছে। ডিঙি আৰু পিঠিটো ঘামি উঠিছে কিন্তু মুখত এনে এটা ভাব ফুটাই ৰাখিছোঁ—মোৰ যেন অকণো গৰম লগা নাই।

হঠাৎ ৰেষ্টোৰাঁখনৰ সকলো গ্ৰাহকৰ চকুবোৰ একেলগে সমানে থিয় হৈ উঠিল। ময়ো চকু তুলি চালোঁ। দেখোঁ—এক ইউৰোপীয় দম্পতি সোমাই আহিছে। সোমাই অহাৰ লগে লগে চাহাব-মেমহালে চাৰিওফালে এবাৰ চালে—ক'ত বহা যায়। তাৰ পাচত কি আচৰিত, মোৰ সমুখৰ খালী চকি দুখনত দুয়ো নিসঙ্কোচভাৱে বহি পৰিলহি।

সকলোৱে মোৰ পিনে আৰু অৰ্থপূৰ্ণভাৱে চালে। বৰ ভাল লাগি গ'ল আৰু অনুভৱ কৰিলোঁ—ইমানদিনে কোট-টাই মাৰি ফুৰা আজিহে যেন সাৰ্থক হ'ল। পিচফালে আৰু দুই-এক শাৰী খালী চকি আছিল, তথাপি তাত নবহি তেওঁলোক মোৰ কাষতহে বহিবহি পাৰিলে!

মোৰ লগত বহি তেওঁলোকে মোক যেন তেওঁলোকৰ শাৰীলৈ উন্নীত কৰি দিলে।

চাহাবজনৰ মুখখন গৰমত ৰঙা পৰি উঠিছে, গৰমৰ লগত প্ৰতিযোগিতা চলাবলৈকে যেন গাত মাত্ৰ এটা বুকুখোলা গেঞ্জী। মেমজনীৰ বাহু আৰু বুকুৰ গুৰিলৈকে উদং। তেওঁলোকৰ ভাষাটো বুজিব পৰা নাই—কমানিয়ান নে জাৰ্মান? কিন্তু গাভৰু মেমজনীয়ে মোলৈ ইমান ৰ-লাগি কি চাইছে? মোৰ মুখখন যেন তন্ন-তন্নকৈ পৰীক্ষা কৰিছে। চুলিবোৰলৈ চাইছে, যেন মোৰ ক'লা চুলিবোৰলৈ তেওঁৰ হিংসাহে লাগিছে! মাতোঁ নেকি? কিন্তু কি বা ভাবে! অথচ নামাতিলেও যেন বৰ অসভ্যালি কৰা হৈছে। কি বুলি মাতোঁ? এবাৰ মেমজনীৰ চকুৱে চকুৱে পৰিল, সেই চকুত কোন দূৰণিবটীয়া সাগৰৰ নীলাবোৰ যেন লাগি আছে। তাতকৈও আচৰিত লাগিল—তেওঁ মোৰ দৰেই বৰফ দিয়া চৰ্বত এগিলাচ খাব খোজা দেখি। কোন সাগৰৰ সিপাৰৰ এক বিদেশী গাভৰুৰ খোৱাৰ ৰুচিটো মোৰ লগত কেনেকৈ মিলি যাব পাৰিলে বাৰু?

মোৰ খোৱা শেষ হৈছিল। আৰু এগিলাচ চৰ্বত অৰ্ডাৰ দিওঁনেকি ? কিন্তু তাৰ যাবাযে ৰব গৰম লগা ভাবটো কুটি উঠিব। গতিকে বিলখনলৈকে অপেক্ষা কৰিছো। মেমজনীয়ে মোলৈ আকৌ এবাৰ চালে, তাৰ পাচত চাহাবজনক কিবা এটা অবুজ ভাষাতে সকৈ প্ৰশ্ন কৰিলে। চাহাবজনে প্ৰশ্নটো এবাৰ যাব খোজা যেন পালোঁ। ইতিমধ্যে বিলখন আহিল, পইচা সামান্য হ'লেও ডাঙৰ নোট এখনকে উলিয়াই দিলোঁ—ভঙাই আনোতেই অলপ সময় লাগক! মেমজনীয়ে মোৰ পিনে চাই আকৌ যেন একেটা প্ৰশ্নকে কৰিলে। কি জানিব খুজিছে তেওঁ ? মই বিবাহিত নে অবিবাহিত ? নে মোৰ চুলিবোৰ ইমান ক'লা কেনেকৈ হ'ল ? নে মই ইউৰোপৰ কোনোবা দেশৰ মানুহ নেকি ? কি জানিব খুজিছে তেওঁ ? হায়! আমি ইমান ওচৰত থাকিও, আমাৰ দুয়োৰে কচি ইমান মিলি যোৱাতো আমি মনৰ এষাৰ কথা খুলি ক'ব পৰা নাই! মেমজনীৰ ঔৎসুক্য দেখি আৰু ৰ'ব নোৱাৰিলোঁ। চাহাবজনক ইংৰাজীতে সুধি পেলালোঁ, তেওঁ কি জানিব খুজিছে মোৰ বিষয়ে ?

চাহাবজনে ভঙা ভঙা ভাষাৰে কলে, বিশেষ একো নহয়। তেওঁ সুধিছে, মোৰ গৰম লগা নাই কিয়।

বয়টোৱে খুচুৰা পইচাখিনি আগবঢ়াই দিলেহি। লবালবিকৈ পইচা কেইঅনামান তালৈ এৰি মই যাবলৈ থিয় হলোঁ। বয়টোৰ দাৰ্ঘলীয়া চালামটো উপভোগ কৰিবলৈ আৰু মন নগ'ল।



মাখোন এৰণ্টাৰ চিনাকি—তাৰ ভিতৰতে ইমানখিনি! ক'তা—মই দেখোন দেখনিয়াৰো নহও, ধনী-মানী ডাঙৰ চাকৰিয়ালো নহও, বিশেষ গুণ-সম্পন্ন লেখত ল'বলগীয়া ব্যক্তি এজনতো নহয়েঁই। তথাপি ইমানখিনি! আচৰিত—সঁচাকৈয়ে আচৰিত এই ইলিজনী! মোৰ ভিতৰতৰে তাই কি বিচাৰি পালে!

ইলিৰ লগত মাখোন এৰণ্টাৰ পৰিচয়। ভাতৰ নিমন্ত্ৰণ আছিল। ককায়েক আৰু মোৰ অফিচৰ সহকৰ্মী দীনেশ বৰুৱাই কেইবাদিনৰ পৰা নিমন্ত্ৰণ কৰি আছিল ভাত এসাজ খাবৰ বাবে। নিমন্ত্ৰিত অতিথি হিচাপে গৈছিলোঁ আৰু আছিলোঁ এৰণ্টা। মাখোন এৰণ্টা সময়।

কথাটো লক্ষ্য কৰিলোঁ বিদায়ৰ সময়ত। ইলিৰ চকু দুটা গধুৰ হৈ উঠিছে, মোৰ চকুলৈ চাবলৈ কিবা এটা যেন শঙ্কা, কিবা এটা যেন বুজাব নোৱৰা দুখ। যাওঁ দেই বুলি দিয়া মাতষাৰৰ উত্তৰত ছোৱালী-জনীৰ চকু দুটা গধুৰ হৈ উঠিল, তাৰ পাছত মুখেৰে একো উচ্চাৰণ কৰিব নোৱাৰি মৃদুভাবে এবাৰ মূৰটো লৰালে—অৰ্থাৎ যোৱাঁগৈ তেন্তে! ধৰি ৰাখিব জানো পাৰিম? পৃথিবীত কোনে কাক ধৰি ৰাখিব পাৰিছে? সকলো এদিন গুচি যায়।

মই লাহে লাহে পদূলিমুখত অপেক্ষা কৰি থকা কৃতজ্ঞ দীনেশ বৰুৱাৰ ফালে আগবাঢ়ি আহিছিলোঁ আৰু মনতে ভাবিছিলোঁ—ইলিৰ মৌন নিমন্ত্ৰণো মই ৰক্ষা কৰিব লাগিব।

দীনেশহঁতৰ ঘৰত বিভিন্ন ৰঙৰ বিভিন্ন গন্ধৰ ব্যঞ্জন। সেইবোৰৰ আকৌ কি অদ্ভুৎ নাম! দীনেশ বৰুৱাই ইখনৰ পাছত সিখন ব্যঞ্জনৰ নাম কৈ যোগ দিছিল—খা, অন্ততঃ টেষ্ট কৰি চা—বেচেৰী ইলিজনীয়ে কিতাপ চাই চাই যেনে যত্ন কৰিছে কৰিছে। অনুৰোধ ৰক্ষা কৰি মই কিন্তু একো ধৰিব পৰা নাছিলোঁ—ক'তা—প্ৰায়বোৰৰে দেখোন একে স্বাদ, নামবোৰহে সুকীয়া! ধাঃ! তাকো আকৌ কিতাপ চাই তৈয়াৰ কৰা!......

খোৱা বোৱাৰ পাছত বিদায়ৰ পাল। ইমান সময়ে মন কৰা নাছিলোঁ—লক্ষ্য কৰিলোঁ বিদায়ৰ সময়ত, যাওঁ সেই বুলি বিদায় লোৱাৰ সময়ত। কি আচৰিত এই ছোৱালীজনী! চকু দুটা দেখোন গধূৰ হৈ উঠিল। মাথোন এয়া এঘণ্টাৰ চিনাকি—তাৰ ভিতৰতে ইমানখিনি!

'ইলিজনী আচৰিত ছোৱালী!'—দীনেশ বৰুৱাৰ ফালে আগবাঢ়ি আহি নিজৰ মনতে কোৱাদি কলোঁ—বুজিলেও বুজক!

'ওঁ, আচৰিত! গোটেইবোৰ তাই অকলে বান্ধিছে—কিতাপ চাই চাই! চব নতুন!'

'তাই হ'বলা কেৱল ৰন্ধা-বঢ়া লৈয়ে ব্যস্ত থাকে?'

'নক'বি আৰু! জান—এইবাৰ তাই ৰন্ধা-বঢ়াত ক্লাচৰ ভিতৰত ফাৰ্ষ্ট হৈছে! যেয়ে খাইছে, সেয়ে শলাগিছে! আৰু কোনোবাই যদি নশলাগে—, বেচেৰীয়ে মুখখন পাচিটো যেন কৰিব, তাৰ পিছত অকলে অকলে কান্দিব! সঁচাকৈয়ে অচৰিত!'



'আই ঐ! মৰিলোঁ ঐ! কোন ক'ত আছা ৰাখাহি ঐ!!' এজনী তিৰোতাৰ আৰ্ত্তনাদ। লগে লগে সৰৌপ সৰৌপ সৌকাৰ কোব আৰু এটা মতা মানুহৰ ধমক—মনে মনে থাক। ক্ষন্তেক নীৰৱ হোৱাৰ পাচত আকৌ শুনা যায়—সৰৌপ সৰৌপ! লগে লগে একে আৰ্ত্তনাদ, আই ঐ! মৰিলোঁ ঐ!!

দৃশ্যটো কল্পনা কৰি আপুনি চাগৈ শিয়ঁৰি উঠিছে। শিয়ৰি উঠাই

স্বাভাৱিক। ময়ো প্ৰথম দিনা শিয়ঁৰি উঠিছিলোঁ। কিন্তু আজি আৰু শিয়ঁৰি নুঠো, আজিকালি বৰং হাঁহি উঠে। দৃশ্যটোৰ লগতে মই অভ্যস্ত হৈ পৰিছোঁ। সেইটো মোৰ ঘৰৰ কাষৰ জুপুৰী ঘৰটোত ঘটি থকা এটা প্ৰায় দৈনন্দিন ঘটনা।

প্ৰথমদিনা তিৰোতাজনীৰ সেই আৰ্ত্তনাদ শুনি মই অবাক হৈ গলোঁ। সহ্য কৰিব নোৱাৰি খিড়িকীখন জপাই দিলোঁগৈ কিন্তু আৰ্ত্তনাদটো খিড়িকীয়েদি চেপা খাই আহি আৰু যেন হৃদয়বিদাৰক হৈ উঠিল। সোঁকাৰ কোবত আৰ্ত্তনাদটো ক্ষন্তেক নীৰৱ হৈ পৰিলত মোৰ অনুমান হ'ল তিৰোতাজনী মৰি থাকিল হ'বলা। কিন্তু মৰা নাছিল, তিৰোতাজনীয়ে চিয়ঁৰিবলৈ বল গোটাইহে লৈছিল।

কোন ক'ত আছা বাথাহি ঐ!

বাহিৰলৈ ওলাই গলোঁ। কপালখন ঘামি উঠিছে। মানুহনো ইমান নিষ্ঠুৰ হ'ব পাৰে নে? ক্ষন্তেক বৈ আকৌ সোঁকা চলিল—সৰৌপ! সৰৌপ! মোৰ হাত দুখন নিজে নিজে মুঠি খাই গ'ল। এই মতা মানুহটোক টেটু চেপি মাৰি পেলালে কি দায় লাগিব? দায় লাগিলেও লাগক—তিৰোতাজনী অন্ততঃ ৰক্ষা পৰিব।

আই ঐ! মৰিলোঁ ঐ!!

পদূলিমুখ পালোঁগৈ। জুপুৰীটোৰ ভিতৰত এটা টিপ চাকি জ্বলি আছে। চাকিটোৱে কঁপা শিখাৰে হাত-বাউলি দি দৃশ্যটো লুকুৱাই পেলাবলৈ আন্ধাৰবোৰক যেন নিমন্ত্ৰণ কৰিছে। ওচৰতে কুকুৰ এটাই নিজৰ গাৰ মাখিবোৰ কামুৰিবলৈ চেষ্টা কৰি মাজে মাজে ভুকি উঠিছে, যেন কৈছে—লাজ লগা নাই নে? মনে মনে থাক।

সেইয়া! আকৌ! সৰৌপ সৰৌপ!

নাই, আৰু সহ্য নহয়। মানুহটোক সোঁকাডালেৰেই দোকোবমান লগাই দিওঁগৈ। কিন্তু লগে লগে এটা কথা ভাবি আচৰিত হৈ গলোঁ। মোৰ দৰে জুপুৰীটোৰ চাৰিওফালে আন বহুত মানুহ থাকে,

তেওঁলোক আগবাঢ়ি অহা নাই কিয় ? ইমান নির্লিপ্ত ভাৱে কেনেকৈ চাই থাকিব পাৰিছে ? এঘৰত ৰেডিঅ' বাজি আছে—দ্বৈত কণ্ঠত এটা প্ৰণয় গীত। এঘৰত সক ছোৱালী এজনীয়ে ব্যাকৰণ মুখস্থ কৰি আছে, তাই যেন একো আমনি পোৱা নাই। আন এঘৰত চাৰিজন ডেকা একমনে তাচ খেলাত মগ্ন। তিৰোতাজনীৰ করুণ আৰ্ত্তনাদ এওঁলোকৰ কাণত বাৰু পৰাগৈ নাই নে ? ইমান নিস্পৃহভাৱে কেনেকৈ থাকিব পাৰিছে ? লগে লগে মোৰ খং উঠি গ'ল—পৃথিৱীখন ইমান নিষ্ঠুৰভাৱে আত্মকেন্দ্ৰিক হ'ব পাৰে। মানুহ ইমান নিৰ্দয়ভাৱে আত্ম-সুখত ব্যস্ত থাকিব পাৰে!

…আই ঔ! কোন ক'ত আছা ঔ!!

মোৰ সকলো খং সোঁকাডাল ধৰি থকা শকত বাহু দুটাত থুপ খাই ৰ'লগৈ। লগে লগে এৰেকোবে জপনাখন খুলি জুপুৰী ঘৰটোৰ দুৱাৰমুখত উপস্থিত হলোঁ।

অপ্ৰত্যাশিতভাৱে মোক দেখি তিৰোতাজনীৰ কান্দোন হঠাতে বন্ধ হৈ গ'ল—ইমান হঠাৎ যে তিৰোতাজনীয়ে ইমান পৰে যেন কন্দা নাছিল, কন্দাৰ যেন অভিনয়হে কৰিছিল। মোৰ ভৰি দুটা কঁপিছিল। কঁপি কঁপিয়েই সোঁকাডাল আজুৰি আনিবলৈ মানুহটোৰ পিনে চোঁচা লৈ আগবাঢ়ি গলোঁ।

তাৰ পাচত কি হ'ল কওঁনে ?

মতা মানুহটোৰ পিনে চোঁচা লৈছোঁ, তেনেতে কি আচৰিত—তিৰোতাজনীয়ে দেখোন বাট ভেটি ধৰিলে আৰু সোঁকাডাল মতা মানুহটোৰ পৰা জোৰেৰে আজুৰি আনি মোৰ আগত জোকাৰি জোকাৰি কৈ উঠিল—ক'ৰ মানুহ ? কোনে মাতিছে ? কি লাগে ইয়াত ? ইয়াত থিয়েটৰ হৈছে নেকি যে চাবলৈ আহিছ! বাহিৰ হ!

নীৰৱে বাহিৰলৈ ওলাই আহিলোঁ। ৰেডিঅ'ত দ্বৈতকণ্ঠৰ প্ৰণয় গীতটো আৰু স্পষ্ট হৈ উঠিল।



এতিয়া পিচে কি হ'ব! গোটেই নগৰখনতে প্ৰচাৰ হৈ গ'ল। টিকেটো তিনি দিনৰ আগতে সকলো শেষ। মাজতে আৰু মাত্ৰ দুটা ঘণ্টা বাকী। কি কৰা যায়!

সন্ধ্যা চলিহাই বোলে গান গাব নোৱাৰিব! জ্বৰ!

আৰু আজি আমাৰ সঙ্গীতানুষ্ঠানত সন্ধ্যা চলিহাই গান গাব বুলিয়েই তিনিদিনৰ আগতে 'হাউচ ফুল'। জনপ্ৰিয় বিখ্যাত শিল্পী সন্ধ্যা চলিহা। বিখ্যাত কাৰণেই মাত্ৰ এটা গানৰ বাবে এশ—পুৰা এশ টকা চাৰ্জ।

কি কৰা যায়! চেক্ৰেটাৰী হিচাপে মই বাৰু কি বুলি মুখ উলিয়াম! সন্ধ্যা চলিহাই—সকলোৱে আগ্ৰহেৰে বাট চাই থকা জনপ্ৰিয় বিখ্যাত শিল্পী সন্ধ্যা চলিহাই আজি গান গাব নোৱাৰিব— দুখেৰে এইবুলি ঘোষণা কৰাৰ লগে লগে গোটেই হলটো জাঙুৰ খাই নুঠিবনে? তাৰ পাচত মই আৰু কেনেকৈ মুখ উলিয়াম!

...জ্বৰ উঠাটো সঁচা। মুখখন ৰঙা পৰি আছে, তথাপি নিৰ্লজ্জৰ দৰে কলোঁ—"মাত্ৰ এটা গান। গাড়ীতে বিছনা-গাৰু দি লৈ যাম। আৰু এশ নহয়, দেড়শ—দেড়শ টকা দিয়া হ'ব।"

সন্ধ্যা চলিহাই মোৰ ফালে এবাৰ চালে, দুৰ্বলভাবে হাঁহিলে, তাৰ পাচত অসামৰ্থ্য প্ৰকাশ কৰি মুৰটো লৰালে।

কি কৰা যায়! আৰু মাত্ৰ এটা ঘণ্টা বাকী। হলটো চাগৈ ইতিমধ্যে ভৰ্ত্তি হৈ গৈছে। বাহিৰত এতিয়া চাগৈ টিকেট বিচাৰি মানুহৰ হেতা-ওপৰা, দৰৰা-দৰৰি। কিযে কৰোঁ!

"আপোনাৰ কাষতে এজন ডাক্তৰ বহি যাব। একো অসুবিধা নহয়। আৰু শুনক—দেড়শ নহয়, দুশ—পূৰা দুশ টকা আপোনাৰ বাবে মঞ্জুৰ।"

উত্তৰত অসামৰ্থ্যৰ এটা ম্লান হাঁহি।

নাই, আৰু মাত্ৰ আধা ঘণ্টা বাকী। শ্ৰোতাসকলে চাগৈ চিয়ঁৰিবলৈ আৰম্ভ কৰিছে। কিযে হ'ব আজি!

"নহয়, আপুনি গাব নালাগে। কেৱল মাইকৰ আগত থিয় হ'ব, থিয় হৈ গাব নোৱাৰিম বুলি সুৰীয়া কণ্ঠেৰে এবাৰ কৈ দিব—ব চ্! আৰু দুশ নহয়, আঢ়ৈশ টকা দিবলৈ মই গান্ত লওঁ।"

"বাইদেউ"—কাষতে বহি মুৰটো পিটিকি থকা সৰু ভনীয়েক জনীয়ে হঠাতে মাত লগালে—"তোমাৰ টোপনি আহক—গান এটা গাওঁ? তুমিযে নতুনকৈ সুৰ দিছা সেই গানটো—শাৰী শাৰী বগলী—গাওঁ?"

চেঃ। আৰু মাত্ৰ কুৰি মিনিট। গান শুনি সন্ধ্যা চলিহা সঁচাকৈয়ে টোপনি যাব নেকি? হে ভগৱান!

ছোৱালীজনীয়ে উত্তৰলৈ অপেক্ষা নকৰি 'শাৰী শাৰী বগলী' বুলি কিবা গান এটা আৰম্ভ কৰি দিলে। আৰু মই সন্ধ্যা চলিহাৰ চকু দুটালৈ চালোঁ। কি আচৰিত—গানটো আৰম্ভ হোৱাৰ লগে লগে সন্ধ্যা চলিহাৰ চকু দুটা জাপ খাই অহাৰ সলনি ক্ৰমে দেখোন উজ্জ্বল হৈহে উঠিল আৰু সেই চকু দুটাই কিবা এটা যেন ভাবিলে। তাৰ পাচত কি আচৰিত—তেওঁ মুৰটো দাঙিলে, দাঙি মোৰ কালে এবাৰ চালে।

"ব'লক—মই গাম। এইটো গানকে গাম। এইটোযে মোৰ নতুন গান।"



তিল ফুল দেখিছে? গাভৰুৰ নাকটোক পুৰণি কবিসকলে তিলফুলৰ লগত তুলনা কৰিছে। মই তিলফুল দেখা নাই, ক'ৰবাত দেখিছোঁ যদিও লক্ষ্য কৰা নাই। গতিকে অৰুন্ধতী বৰুৱাৰ নাকটো তিলফুলৰ নিচিনা হয়নে নহয়, ক'ব নোৱাৰোঁ। কিন্তু এইটো হ'লে ভাঠি ক'ব পাৰোঁ যে তেওঁৰ নিচিনা ধুনীয়া নাক মই আৰু ক'তো দেখা নাই। দীঘলীয়া আৰু আগটো বেঁকা। ইমান অতুলনীয় ভাবে ধুনীয়া যে অৰুন্ধতী বৰুৱাই যেন সেইটো নিজ হাতেৰেহে তৈয়াৰ কৰি লৈছে। কাৰণ ভগৱানে ইমান ধুনীয়া নাক সৃষ্টি কৰিব পৰা হ'লে আন বহুতৰ দেখোন এনে নাক থাকিলহেঁতেন!

ব্যঙ্গচিত্ৰ আঁকা শিল্পীয়ে তেওঁৰ ছবিত নাকটোৰ ওপৰতে প্ৰাধান্য দিয়ে বুলি শুনিছোঁ। মোৰ এই কাহিনী অৰুন্ধতী বৰুৱাৰ নাকটো কেন্দ্ৰ কৰি ৰচিত হ'লেও ক'ব খোজোঁ যে তাৰে মই অৰুন্ধতী নাইবা আন কাকো বিদ্ৰূপ কৰিব খোজা নাই। বৰং খোলা আৰু চমুৱাই ক'বলৈ গ'লে অৰুন্ধতী বৰুৱাক মই ভাল পাওঁ। ভাল পাওঁ তেওঁৰ অতুলনীয় নাকটোৰ বাবে।

আৰু খোলাকৈ ক'বলৈ গ'লে, অৰুন্ধতী বৰুৱাক পৰোক্ষভাবে মোৰ ভাল লগা কথাটোও কৈছোঁ। সিদিনা এপাহ ধুনীয়া গোলাপ তেওঁৰ হাতত দি নিৰ্লজ্জভাবে কি কলোঁ জানে? কলোঁ—তোমালৈ অৱশ্যে এপাহ তিল ফুল অনাহে উচিত আছিল। (দেখিলে—মই আজিকালি মিছা কথা কেনেকৈ সজাই ক'ব জনা হৈ উঠিছোঁ!) কিন্তু দুখ লাগে—পূজাৰীয়ে হেজাৰ মন্ত্ৰ উচ্চাৰণ কৰি হেজাৰ পাহ ফুল ছটিয়াই থাকিলেও মাটিৰ প্ৰতিমাৰ মুখত একো পৰিবৰ্ত্তন নঘটাৰ দৰে অৰুন্ধতী বৰুৱাৰ মুখতো মোৰ ফুলটো পাই ভাল লগা-নলগাৰ একো লক্ষণ নেদেখিলোঁ।

আপুনি চাগে ভাবিছে—মই নাকৰ কথা ক'বলৈ গৈ এটা ব্যৰ্থ প্ৰেমৰ কাহিনীহে আৰম্ভ কৰিলোঁ। এৰা, ব্যৰ্থ প্ৰেমৰ কাহিনীয়েই।

অকল এটাই নহয়, একেলগে দুটা ব্যৰ্থ প্ৰেমৰ কাহিনী আৰু দুয়োটাৰে যোগসূত্ৰ হ'ল অৰুন্ধতী বৰুৱাৰনাকটো—দীঘলীয়া, বৈ পৰা এটা নাক।

সেইদিনাই গধূলি আমাৰ ক্লাবলৈ আহিল বন্ধু ডাঃ পি বৰুৱা। বহুত দিনৰ মূৰত। জাৰ্মেনীৰ পৰা ঘূৰি অহাৰ পাচত সেইদিনাই ক্লাবলৈ তেওঁৰ প্ৰথম আগমন। বিদেশৰ অদ্ভুৎ কাহিনী শুনিবলৈ আমি তেওঁক বেঢ়ি ধৰিলোঁ। চমকলগা কিমান কাহিনী তেওঁ কৈ গ'ল। কিন্তু তেওঁৰ এটা কথাতহে মই গোপনে আটাইতকৈ বেছি চমক খাই গলোঁ। তেওঁৰ কোটৰ বুকুত জিলিকি আছে এটা ফুল—মৰহি যাব খোজা এপাহ গোলাপ! গোলাপটোৰ দৰে মোৰ মনটোও হঠাতে মৰহি যাব খুজিলে—ক'ৰ ফুল এই পাহ? আজি আবেলি অৰুন্ধতী বৰুৱাক দি অহা ফুলপাহেই নেকি? এইপাহ যেন ফুল নহয়, ডাঃ বৰুৱাই প্ৰতিযোগিতাত জয়ী হৈ সগৰ্বে বুকুত ওলোমাই ৰখা এটা যেন সোণৰ পদকহে!

মনৰ খু-দুৱনি মাৰিবলৈ এবাৰ ডাঃ বৰুৱাক একাষৰীয়াকৈ মাতি নি কায়দা কৰি কলোঁ—ফুলপাহ মৰহি গৈছে, আপোনাৰ সুন্দৰ সাজটোৰ লগত মিলা নাই।

তেওঁ যেন তেতিয়াহে লক্ষ্য কৰিলে—এনেভাবে ফুলপাহ খুলি ললে, তাৰ পাচত অন্যমনস্কভাবে তাৰ পাহিবোৰ একৰাই একৰাই হাঁহি কলে—"ছোৱালী এজনীয়ে গুজি দিছিল।"

ছোৱালী এজনীয়ে গুজি দিছিল! মই বুৰ্বকৰ দৰে সুধিলোঁ—"কোন ছোৱালী?"

তেওঁ কৈ গ'ল—"নামটো মনত নাই কিন্তু এটা কথা মনত আছে, পাহৰিব নোৱাৰি।" কৈয়েই তেওঁ ঢেক্‌ঢেক্‌কৈ হাঁহিলে, তাৰ পাচত যোগ দিলে—"মাই গুদ গড! কি কুৎচ দীঘল নাক, যেন ভাটৌৰ ঠোঁটটোহে!"

আপুনি হয়তো ক'ব— এইটোতো নাকৰ বিষয়ে গল্প নহ'ল। এইটোৰ বিষয় বৰং চকু। এৰা, হয়তো স'চা।



ছুছুমণিলৈ মোৰ বৰ মৰম লাগে। বেলিটো ওলোৱাৰ পাচতেই বঙা ফ্রক, জপৰা চুলিকোছা আৰু মুখত এমোকোৰা হাঁহিৰে তাই মোৰ পদূলিৰ আগেদি নাচি নাচি ওলাই আহে। মই খিড়িকীয়েদি মুখখন উলিয়াই বঙা ফিটা, বগৰী, লোজেন, পুতলা ইত্যাদিৰ প্রয়োজন দেখুৱাই মাতোঁ, তাই কিন্তু কিহতো মান্তি নহয়। মোলৈ ভ্রূক্ষেপ নকৰি ছুছুমণি নাচি নাচি গুচি যায় আৰু অলপ পাচত মোৰ পদূলিৰ পকা বেঞ্চখনতে অকলে অকলে বহি কিবা এটা ভাবে। কিযে ভাবে!

পকা বেঞ্চখন মই সজোৱা। তাত মোৰ আইনতঃ পূর্ণ অধিকাৰ আছে। ইচ্ছা কৰিলে মই তাত কাকো বহিবলৈ নিদিব পাৰোঁ। ছুছুমণিয়ে এই কথা নাজানে। জনা হলে?

"নীলা মার্বল লাগে, যিহে ধুনীয়া!" মই তাইৰ নিচেই কাষলৈ গৈ সোধোঁ। তাই উচপ খাই উঠে আৰু মই যেন এটা ভয়লগা দৈত্যহে, এনেভাবে তাই ঘৰৰ পিনে কান্দি কান্দি লৰ মাৰে।

ছুছুমণিক মই বাৰু কিহেৰেও ভাল লগাব নোৱাৰোঁ কিয়? তাইক যদি বুজাব পাৰিলোঁহেঁতেন যে তাইলৈ মোৰ অসীম মৰম, খঙৰ লেশমানো থকা সম্ভৱ নহয়!

কেতিয়াবা কি আচৰিত, পদূলিত পেলাই থৈ যোৱা খবৰ কাগজখন তাই নিজে বুটলি আনি ভিতৰত দি যায়হি। নির্ভয়

মনে একেবাৰে ভিতৰ পায়হি হুহুমণি। মই কাগজখন লোৱাৰ ছলেৰে থাপ মাৰি তাইৰ হাতখনত ধৰোঁ, পকা লিচু আনি খৈছোঁ বুলি ফুচুলাওঁ, কিন্তু মিছা, তাই ভয়ত বিকট চিঞৰ এটা মাৰি বাহিৰলৈ দৌৰ মাৰে।

মোৰ খং উঠি যায়। ভাবোঁ, হুহুমণি পৰৰ ছোৱালী, তাইলৈ মোৰ মৰম লগা আৱশ্যকেই বা কি? তাইক সেইদৰে ভাল লগাৰৰ প্ৰয়োজনেই বা কি? আৰু, এদিন সঁচাকৈয়ে হুহুমণিক নামাতিলোঁ। মোৰ পকা বেঞ্চখনত বহি আছিল। থাওক বহি! মই কাষেদিয়েই পাৰ হৈ অফিচলৈ ওলাই গলোঁ। আচৰিত কথা, তাই সেইদিনা পলাই লৰ মাৰিব খুখুজিলে, বহিয়েই থাকিল। মোৰ পেটে পেটে ভাল লাগিল—হুহুমণিয়ে মোৰ পকা বেঞ্চখনত বহি ভাল পাইছে!
পাচদিনাও নামাতিলোঁ, তায়ো উঠি নগ'ল।
তাৰ পাচ দিনাও। তাৰো পাচৰ দিনা।

হুহুমণিক আজিকালি মই মাতিবলৈ এৰি দিছোঁ, তায়ো বেঞ্চখনৰ পৰা মোক দেখিলে উঠি যাবলৈ এৰি দিছে। মোৰ বেঞ্চখনক নিজৰ যেন ভাবি বহি থকা দৃশ্যটো মনে মনে বৰ ভাল লাগে।

ৰঙা ফ্ৰক আৰু জপৰা চুলিৰ অকণমানি হুহুমণিজনীয়ে মোক যেন শিকালে—ভালপোৱাটো মনৰ কথা, প্ৰকাশ কৰিবলৈ গলেই ভালপোৱাৰ মৃত্যু।



বিক্ৰী আৰু খৰচৰ পৰিমাণ দুটা বেলেগে বেলেগে আকৌ এবাৰ যোগ কৰি চাওঁ। যোগ কৰি বাকচৰ টকাখিনি মিলাই চাওঁ।

মুঠ আঠ টকা দহ পইচা। ঠিকেই আছে। তাৰ পাচত সন্মুখৰ দুৱাৰখন বন্ধ কৰিবলৈ আয়োজন কৰিলোঁ। নাই, আজি আৰু বিক্ৰী হোৱাৰ আশা নাই।

তেনেতে এজাক ফুলীয়া ছোৱালী। ফ্ৰক পিন্ধাৰপৰা শাৰী পিন্ধালৈকে এঘাৰজনী ছোৱালী আৰু গোটেই দোকানখন যেন গিলি পেলাব এনেভাবে সোমাই আহি কেইজনীমানে লোজেন্সৰ বটলত হাত ভৰালে, কেইজনীমানে চুলিত মৰা ফিটা চালে, দুজনীমানে বিচাৰিলে মণি আৰু বাকী কেইজনীয়ে কি লাগিব ঠিক কৰিব নোৱাৰি আয়নাখনৰ মুখত থিয় হৈ পৰস্পৰৰ মুখকেইখন বিজাই চোৱাত লাগি গ'ল।

ন' নইজ!—লগত দীঘল হলো চোলা পিন্ধি অহা চিষ্টাৰ-গৰাকীয়ে কৈ উঠিল। আৰু মাতষাৰত কি যাদু আছিল জানো—ছোৱালীজাক য'ত যেনেকৈ আছিল, তৎক্ষণাত তেনেকৈ কাঠৰ পুতলাৰ দৰে নীৰৱে বৈ গ'ল। মই অবাক হৈ তেনে কঠোৰভাবে শাসন কৰিব পৰা চিষ্টাৰগৰাকীলৈ চালোঁ—মুখখন কেনে শান্ত! চকুহাল কেনে স্থিৰ আৰু দৃঢ়প্ৰতিজ্ঞ! আৰু ভাবিলোঁ—গোটেই জীৱনটো অবিবাহিত 'নান' ৰূপে কটাই দিবলৈ তেনে কঠোৰতা আৰু সংযম লাগিবই।

চিষ্টাৰগৰাকীয়ে ছোৱালীজাকৰ কাক কি লাগে ওচৰলৈ মাতি মাতি আনি সুধিলে আৰু সেইমতে বস্তুবোৰ হাতে হাতে তুলি দিলে। তাৰপাচত সকলোবে দামবোৰ পইচাটোলৈকে হিচাপ কৰি মোৰ হাতত দাঙি ধৰিলে। মই হাঁহি সুধিলোঁ—"ক'তা—আপুনি নিজে দেখোন একো নল'লে?" নিজলৈ কিবা এটা কিনিব লাগে, তেতিয়াহে তেওঁৰ যেন মনত পৰিল। মনত পৰি লাজকুৰীয়া হাঁহি এটা মাৰি গোটেই দোকানখনত এবাৰ তেওঁ চকু ফুৰালে, তাৰ পাচত লগা বস্তু একো নাই—এনে এটা ভঙ্গীৰে মূৰটো জোকাৰিলে।

ছোৱালীজাক ইতিমধ্যে দোকানৰ বাহিৰত জুম পাতি বৈ আছিল। চিষ্টাৰগৰাকী ওলাই যোৱাৰ লগে লগে সিহঁতে এটা শাৰী পাতিলে, তাৰ পাচত সমান সমান খোজ দি আগবাঢ়িল। মই সেইফালে মন্ত্রমুগ্ধৰ দৰে চাই থাকি মাত্র ভাবিলোঁ—কি শাসন! তাৰ পাচত হিচাপ-নিকাচ ঠিক কৰি দোকানৰ দুৱাৰখন জপাইছোঁ মাত্র, তেনেতে বাহিৰত কাৰোবাৰ ভীত খোজ। আকৌ দেখোন চিষ্টাৰগৰাকী! কিবা এটা এৰি যোৱাৰ দৰে চিষ্টাৰগৰাকী চিধা দোকানখনৰ এটা নিৰ্দ্দিষ্ট কোণলৈ আগবাঢ়ি গ'ল, তাৰ পাচত কিবা এটালৈ আঙুলিয়াই ভয়ে ভয়ে সুধিলে—সেইটোৰ দাম কিমান?

কি আচৰিত—তেওঁ পুতলা এটালৈ আঙুলিয়াই তাৰ দাম সুধিছে! আৰু সেইটো কেইবাবছৰৰো আগৰ ডিজাইনৰ, তাৰো হাত এখন ভগা। মই পুতলাটো তেওঁৰ হাতত দি সেইটোযে আওপুৰণি আৰু তাৰযে হাত এখন ভগা, সেইকথা দেখুৱাই বুজাই দিলোঁ। চিষ্টাৰগৰাকীয়ে মোৰ কথালৈ কাণ নকৰি হাতখন ভগাৰ বাবে যেন দুখ পাইছে এনেভাবে পুতলাটোৰ গাত হাত ফুৰাই দিলে, তাৰ গালত গাল এখন লগাই চকু দুটা গভীৰ তৃপ্তিত মুদি ধৰিলে আৰু শেষত পুতলাটো মোৰ হাতত দি সক সৰুকৈ ক'লে—সিহঁতে নেদেখাকৈ কাগজ এখনেৰে মেৰিয়াই দিয়ক—প্লিজ!



চাবি আলিটোৰ কাষ পাই হঠাৎ থমক খাই গলোঁ। দাঁতিৰ দালানটোৰ পৰা মধুৰ কণ্ঠত এটা গীত ভাঁহি আহিছে। গীতৰ

কথাবোৰ চিনাকি চিনাকি যেন লাগিল—"তুমি মোলৈ ফুলৰ উপহাৰ আনিব নালাগে, শূন্য হাতেৰেই আহিবা—তোমাৰ হাত ছুখনিয়েই ফুলৰ এটি কলি যেন!" থমক খাই বৈ গলোঁ—এইটো, এইটো দেখোন মোৰে ৰচনা। আলোচনী এখনত অলপতে ওলাই গৈছে।

অজ্ঞাতসাৰে ভৰি ছুটা দালানটোৰ পিনে আগবাঢ়ি গ'ল। দূৰৰ পৰা জিলমিলিয়া পৰ্দাৰ মাজেদি দেখিলোঁ—আগত অৰ্গেন লৈ অপূৰ্ব সুন্দৰী এক গাভৰুৱে গীত গাবলৈ ধৰিছে। কি সুন্দৰ তেওঁৰ ভঙ্গী, কি মধুৰ কণ্ঠ! আৰু সেই কণ্ঠেদি বাগৰি আহিছে গীতটো—মই ৰচনা কৰা গীতটো!—'তুমি মোক ভালপোৱা দিব নালাগে, মোৰ ভালপোৱা গ্ৰহণ কৰিলেই হ'ব।' বৰ ভাল লাগিল। আজি যেন মোৰ কবিতা চৰ্চা সাৰ্থক হৈ গ'ল। গাভৰুৰ চকুত পানী, অনুমান হ'ল —সেই চকুপানীত মোৰহে যেন পূৰ্ণ অধিকাৰ।

আমাৰ পূৰ্বৰ পৰিচয় নাই কিন্তু আছে অন্তৰৰ পৰিচয়। মই তেওঁৰ অন্তৰৰ গোপন কথা কৈ দিব পাৰিছোঁ—ইয়াতকৈ আৰু কি ডাঙৰ পৰিচয় থাকিব পাৰে? তেনে এক পৰিচয়ৰ দাবীৰে মই তেওঁৰ ছুৱাৰমুখত থিয় দি ৰলোঁগৈ। গীতটো ইতিমধ্যে শেষ হৈছিল। গাভৰু-গৰাকী বহাৰ পৰা উঠি আহিল, কিঞ্চিৎ আচৰিত হ'ল, তাৰ পাচত প্ৰশ্ন কৰিলে—আপুনি কোন?

মোৰ মুখত জয়ৰ হাঁহি, কলোঁ—মই এজন কবি—এই গীতটো মোৰে ৰচনা।

গাভৰু গৰাকীয়ে মুখস্থ থকাৰ দৰে কলে—আপোনাৰ শব্দ-চয়ন সুন্দৰ!

মই ক'ব খুজিছিলোঁ—আপোনাৰ সুৰদানে গীতটো জীৱন্ত কৰি তুলিছে, কিন্তু কোৱা নহ'ল। বাহিৰত তেনেতে কোনোবাৰ পদক্ষেপ শুনা গ'ল। গাভৰু গৰাকীয়ে আশাৰ চকুৰে বাহিৰলৈ চালে

কিন্তু লগে লগে তেওঁৰ চকু দুটা অলপ হতাশ হৈ পৰিল, কাৰণ আগন্তুকজন মালীহে, হাতত ফুলৰ খোপা।

মালীটোৱে ফুলবোৰ ফুলদানীটোত সজাই থ'লে। গাভৰু গৰাকীয়ে তাৰে এটা ফুল খোপাত গুজি লৈ কলে—তোমাৰ ফুলৰ বাছনি সুন্দৰ!

মালীয়ে তাৰ উত্তৰত কিবা এটা ক'ব খুজিছিল, যেন এনে এষাৰ কথা—আপোনাৰ খোপাইহে ফুলটো জীৱন্ত কৰি তুলিছে—কিন্তু ক'ব নোৱাৰি সেমেনা-সেমেনিকৈ থিয় হৈ ৰ'ল।

আৰু থিয় হৈ ৰ'ল মোৰ কাষত—একে শাৰীতে।

মোৰ ডিঙিটো শুকাই যোৱা যেন লাগিল। কোনোমতে উচ্চাৰণ কৰিলোঁ—বিদায়!

গাভৰু গৰাকীয়ে অন্যমনস্কভাৱে পৰ্দাৰ আঁৰদি পদূলিলৈ চালে, যেন কোনোবা এজন আহি পাব লাগিছিল ইমান সময়ে, লগে লগে ক'লে—আৰু গীত লিখিবচোন।

মই একো উত্তৰ নিদি বাহিৰলৈ ওলাই আহিলোঁ। দেখিলোঁ—বুৰ্বক মালীটোও মোৰ লগে লগে নিঃশব্দে ওলাই আহিছে—মোৰ সৈতে শাৰী পাতি।



মোৰ এই ছাতিটো, দেখিছেই—একেবাৰে নতুন আৰু দামী ছাতি। অথচ তাৰ নালটো ভগা! দেখি চাগৈ আপুনি ভাবিছে—ছাতিৰ কাৰখানাবোৰ আজিকালি একেবাৰে নকলী হ'ল, নাইবা ক'ব খুজিছে—মই মানুহটো একেবাৰে ধোঁৱাথুলীয়া।

আপোনাৰ ধাৰণা ভুল। নালটো কেনেকৈ ভাগিল, কওঁ শুনক। পিচে ৰ'ব, তাৰ আগতে ছাতিটো কিনাৰ কাহিনী কৈ ল'ব লাগিব। ছাতিটো কিনিছিলোঁ খণ্ডত।

বৰষুণবোৰো কেতিয়াবা বৰ হিচাবী খোজেৰে আহে। সেইদিনা অন্ততঃ আহিছিল। চাওকচোন বাৰু, জুখি জুখি ঠিক নগেন বৰুৱাৰ পদূলিমুৰতহে বৰষুণজাক আহিবলৈ পালে! ক'বলৈ পাহৰিছোঁ— নগেন বৰুৱাই দিন-দিয়েকৰ আগতে ৰূপ পাঁচটকা ধাৰলৈ বিচাৰিছিল, দিব নোৱাৰিলোঁ। আৰু ভাগ্যৰ কি ফেৰ, আজি তেওঁৰ চালৰ তলত মই আশ্ৰয়প্ৰাৰ্থী! অনুমান হ'ল—বৰুৱাই মোৰ ওপৰত পোটক তুলিবলৈকে নেৰানেপেৰা বৰষুণজাক যেন সেই মুহূৰ্ত্তত আহিবলৈ নিমন্ত্ৰণ কৰি থৈছিল। তাতোকৈও কি বিড়ম্বনা—বৰুৱাই মোক আস্তে-ব্যস্তে বহিবলৈ দিলে, চাহ এপিয়লা খাম নেকি বুলিও সুধিলে আৰু শেষত সাঁচি থোৱাৰ দৰে কথাষাৰ ক'লে—ছাতি এটা নলয় কিয়?

বঙা পৰি গলোঁ। যেন ছাতি এটা কিনাবো সামৰ্থ্য মোৰ নাই! যেন মই আশ্ৰয় লোৱাত তেওঁৰ ঘৰৰ চালখন ভাগেখিনি ক্ষয় গ'ল! ছাতি এটা নলয় কিয়—কথাৰ সুৰটো চাওক।

গতিকে সেইদিনাই গোটেই বজাৰখন চলাথ কৰিলোঁ। কত ধৰণৰ যে ছাতি! দোকানীয়ে সাধাৰণ ছাতি এটা উলিয়াই বিশ্বস্ত সুৰত ক'লে—সেইটো দেখাতহে তেনে, কিন্তু বহুত দিন টিকিব, দামো কম।

মই ফোৰোহনি মাৰি কলোঁ—এসপ্তাহেই লাগে নাযাওক, দামী আৰু চিকমিকীয়া চাই এটা দিয়া।

দোকানীয়ে মোলৈ ভেবা লাগি চালে, বেচেৰাই মোৰ মনটো বুজিলেহে!

কিন্তু ছাতিটো—ইমান হাবিয়াসেৰে কিনা ছাতিটো—কিবা এটা

যেন কালিকা লগা। মোহাৰি-সামৰি হাতত লৈ ওলাইছোঁ—হয় হঠাতেই শুকাই যায় বৰষুণজাক, নহয় লাজতে লুকাই পৰে বেলিটো। তেতিয়া দেখুৱাবলৈকে হাতত লৈ আছিছোঁ, এনে এটা ভাব ওলাই পৰে বুলি ছাতিটো আকৌ জাপি-তৰপি থৈ দিওঁ। আৰু যেতিয়া নগেন বৰুৱাৰ পদূলিটো পাওঁহি, গাটো জ্বলি যাব খোজে, সেই কথাষাৰে মগজটো গৰম কৰি দিয়ে—ছাতি এটা নলয় কিয়? কথাৰ সুৰটো চাওক—কিয়, তেওঁতো এইদৰেও ক'ব পাৰিলেহেঁতেন—ছাতি এটা নানিলে কিয়?

তিনি দিন পাৰ হৈ গ'ল। এচিকটা বৰষুণ নাই, এচেৰেঙা ৰ'দ নাই। আৰু বন্ধু-বান্ধৱে যেতিয়া আকাশৰ পিনে চাই কয়—কি সুন্দৰ বতৰ, সকলোৱেই মোৰ শত্ৰু!

চতুৰ্থ দিনা বেলিটোৱে মিচিকিয়াই হাঁহিলে, মোৰ মুখতো হাঁহি বিৰিঙিল। আজি ৰক্ষা নাই। ছাতিটো পুৱাতে মোহাৰি-সামৰি পাহৰি এৰি যাওঁ বুলি দুৱাৰমুখতে সজাই থলোঁ। কি চেলু লৈ নগেন বৰুৱাৰ ঘৰত সোমাম আৰু কি বুদ্ধিৰে তেওঁৰ দৃষ্টি ছাতিটোলৈ আকৰ্ষণ কৰিম, সেইবিষয়ে দকৈ এবাৰ চিন্তা কৰিলোঁ। কালি চোৱা চিনেমাখনৰ কথা মনত পৰিল—বিশেষকৈ সেই দৃশ্যটো—বাপেকে জীয়েকলৈ দৰা এটা বন্দৱস্ত কৰিছে, মাকৰ মত নাই, বাপেকে তেতিয়া লাথুটিডাল মাটিত খুন্দা মাৰি জোৰকৈ কৈছে—হ'বই লাগিব বিয়াখন। বাপেকৰ অভিনয়খিনি মই দৃষ্টি আকৰ্ষণ কৰিবলৈ ছাতিটো মাটিত খুন্দিয়াই দেখুৱালে কেনে হ'ব?

আপুনি চাগৈ ভাবিছে—মই সেইদৰে মাটিত খুন্দা মাৰোঁতেই ছাতিটোৰ নালটো ভাগি থাকিল?

বিশ্বাস কৰিবনে? নগেন বৰুৱাৰ ঘৰৰ মুখ পাইছোঁগৈ, শুনিলোঁ—কন্দাকটা, হুৱা-দুৱা লাগিছে। বৰুৱা এঘণ্টাৰ আগতে হাৰ্ট-ফেল হৈ ঢুকাল। কোনেও ভবা নাছিল—ইমান সুস্থ মানুহটো—

গা-ধোৱা ঘৰত সোমাইছিল, আৰু ওলাব নোৱাৰিলে, হঠাতে সকলো শেষ !

বৰ দুখ লাগি গ'ল—এঘণ্টাৰ আগতে নাহিলোঁ কিয় ? মোৰ ছাতি এটা কিনাৰো সামৰ্থ্য নথকাটো ভেওঁযে মনতে লৈ গ'ল ! অসহ্য, অসহ্য ! ছাতিটোলৈ চালোঁ—ক'লা কাপোৰখনৰ চিকমিকনিটো হঠাৎ যেন বেছি উজ্জ্বল হৈ উঠিল, নালডাল যেন আৰু মিহি হৈ পৰিছে। ছাতিটোৱে মোলৈ চাই যেন হাঁহিছে, মোৰ ব্যৰ্থতাক তিৰস্কাৰ কৰিছে ! লগে লগে কি এটা খং উঠি গ'ল—ছাতিটো দলি মাৰি দিলোঁ, পকা খুটা এটাত খেকেচা খাই মূৰ কটা মৃত দেহা এটাৰ দৰে নালটো বিচ্ছিন্ন হৈ উফৰি পৰিল।

এজনে সহানুভূতি জনাই ক'লে—এৰা, বন্ধুৰ এনে আকস্মিক মৃত্যু সহি থকা টান।



তুমি আজিকালি নাহাই !

মই গৈ পোৱাৰ লগে লগে পেহীদেৱে সদায় এইষাৰ কথা ক'ব আৰু কৈয়েই মোৰ গালে-মুখে হাত ফুৰাই দি সেই হাতত চুমা এটা খাব। তাৰ পাচত হঠাৎ মনত পৰাৰ দৰে অ' ৰ'বা—তোমাৰ বাবে যিহে এটা বস্তু সাঁচি থৈছোঁ বুলি ভিতৰলৈ দৌৰ মাৰিব পেহীদেউ। কিনো আৰু সাঁচি থ'বলগীয়া বস্তুটো ? দুটামান বগৰী, নহ'লে দুটা লাড়ু, নাইবা বৰ বেছি এবাটি গাখীৰ !

পেহীদেৱে মোক কিয়নো ইমান ভাল পায় !

অথচ তেখেত মোৰ সম্পৰ্কীয় পেহীদেউ নহয়, তেনেই সাজি মতা সম্বোধন সেইটো। তেখেতসকলৰ ঘৰৰ কাষতে ভাড়া ঘৰ এটাত থাকোঁ। দুদিনমান আছি হঠাৎ ভাল লাগি গ'ল। তাৰ পাচত আবেলি আবেলি সদায় আহোঁ, সদায় পেহীদেউৰ লগত মেল মাৰোঁ। আৰু মই গৈ পোৱাৰ লগে লগে পেহীদেৱে কয় কি—তুমি আজি-কালি নাহাই!

কেতিয়াবা মই আচৰিত হৈ যাওঁ। এই মানুহজনীয়ে, একো সম্বন্ধ নথকা দুদিনৰ চিনাকি এই মানুহজনীয়ে মোক ইমানকৈ ভাল পায় কিয়! আজিৰ বস্তুবাদী জগতখনত অযাচিত এটা মিচিকীয়া হাঁহি, অযাচিত এটা নমস্কাৰ, অযাচিত এষাৰ 'আয়ৈ দেহি'ৰ নেপথ্যত কিবা এক অভিসন্ধি লুকাই থকাৰ দৰে পেহীদেউৰ এই ভালপোৱাৰ আঁৰত কি স্বাৰ্থ নিহিত আছে বাৰু? দৰিদ্ৰতাৰ বাবে? মোৰ পৰা কিবা পোৱাৰ আশাত?

এৰা, পেহীদেউহঁতৰ ঘৰুৱা অৱস্থা ভাল নহয়—কোনোমতে পেটে-ভাতে খাই থকা অৱস্থা। বেয়াও লাগে—তেখেতসকলৰ তুলনাত মোৰ অৱস্থা কিমান সচ্ছল! মই ঘৰ-ভাড়াই যিমানখিনি দিওঁ—থাওক মোৰ থকা, কিন্তু তেখেতসকলৰ এসাজ খাই ইসাজলৈ চিন্তা, তথাপি কিয়নো এই মানুহজনীৰ মোৰ দৰে পৰ এজনলৈ ইমানখিনি মৰম!

তাৰ পাচত হঠাৎ এটা খবৰ। চাকৰি সংক্ৰান্তত মোক বদলি কৰা হৈছে, এই ঠাই আৰু ঘৰটো এৰি যাবগৈ লাগিব। খবৰটো পেহীদেউক দিলোঁগৈ—দুখৰ খবৰটো।

পেহীদেৱে কিন্তু নাকান্দিলে। দুখৰ লগত যুজি যুজি সাধাৰণ দুখৰ খবৰবোৰ তেখেতে যেন আজিকালি অনায়াসে গ্ৰহণ কৰিব পাৰে। নাকান্দিলে, কিন্তু মোৰ চকু দুটালৈ চালে। ময়ো চালোঁ। পেহীদেউৰ চকুৰ গুৰিত কান্দি বুজাব নোৱৰা দৰিদ্ৰতাৰ কিমান

ইতিহাস যেন লুকাই আছে। আৰু সেইজনী মানুহৰ ভালপোৱাৰ অৰ্থটো ধৰিব পৰা নাই! মৰোঁৱে!

ভবাৰ লগে লগে হাত এখন মোৰ মনিবেগটোলৈ আগবাঢ়ি গ'ল আৰু তাৰপৰা ওলাই আহিল এখন এশ টকীয়া নোট। নোটখন পেহীদেউৰ বিছনাখনত থৈ মই ভয়ে ভয়ে কলোঁ—আপুনি মোক মৰম কৰি ইমানবোৰ বস্তু দিলে, অথচ মই একো এটা দিব পৰা নাই।

পেহীদেউ বিছনাখনৰ কাষচাপি আহিল, নোটখন চুই চালে, তাৰ পাচত কিবা এটা ভাবিলে। কি ভাবিলে বাৰু পেহীদেৱে? যেন ভাবিলে—সেইখন নোট নহয়, সেইখন মই দিয়া দাৰিদ্ৰ্যৰ এখন চাৰ্টিফিকেটহে! হঠাৎ কি হ'ল—পেহীদেউজনী দেখোন উচুপি উঠিল, উচুপি উচুপি ক'লে—"দুখীয়া হলোঁ বাবে এনেয়ে কাকো ভালপাবও নাপায়নে!"



ছুৱাৰত টোকৰ পৰিলতে বুজিলোঁ কোন আহিছে। দুৱাৰখন খুলি দিলোঁ আৰু সোমাই আহিল আনদিনাৰ দৰেই চকু দুটা বঙা কৰি অৰুনী—অৰুনী দত্ত। তাৰ পাচত আৰম্ভ হ'ল গল্প। গল্পনো আৰু কি—ক'ত আজি তেওঁ কি কৰিলে, কোন শ্যামলী নামৰ এজনীৰ লগত চিনেমা চালেগৈ, কোন ৰছিদা বোলাজনীৰ গান শুনিলে আৰু টকা উৰালে—ইত্যাদি সদায় কোৱা গল্প। শুনি শুনি খং উঠি যায়। কেনেকৈযে এই চৰিত্ৰহীন মানুহটোৰ লগত মোৰ বন্ধুত্ব ঘটিল!

"শদিয়াত থকা তোমাৰ তিৰোতাজনীয়ে এইবোৰ কথা জানিলে

কি হ'ব ?" মই কেভিয়াবা ভয়ে ভয়ে সোধোঁ। আৰু মোৰ ভয়টোক হাঁহিৰে আঘাত কৰি তেওঁ কয়—"মোৰ জনী বা এতিয়া কাৰ লগত ঘূৰি ফুৰিছে!"

ছিঃ! আমাৰ সম্পৰ্কবোৰ সঁচাকৈয়ে এনেকুৱা হৈ পৰিছে নেকি বাৰু? মই মনে মনে ভাবোঁ আৰু তাৰ উত্তৰ বিচাৰি অৰুনী দত্তৰ চকু দুটালৈ চাওঁ।

"এইবাৰ তোমাৰ গল্প কোৱাঁ।"

মোৰনো কি গল্প থাকিব পাৰে—বিশেষকৈ দত্তৰ দৰে চমকলগা গল্প?

"কিয়—সেই জোনালী?"

এৰা, জোনালী বুলি ছোৱালী এজনী আছে। আছে—কিন্তু তাইৰ বিষয়ে ক'বলৈ মোৰ কিয় জানো লাজ লাগে! আৰু ক'মেই বা কি! অৰ্থহীন কথা, তাৰে একো চমকপ্ৰদ গল্প নহয়। আৰু সঁচা নকৈ কি—আমাৰ মাজত কথা একো নহয়েই। মুখামুখীকৈ পৰস্পৰে পৰস্পৰলৈ মাথোন চাই থকা একোটা বোবা সন্ধিয়া।

"কালি কি কথা হ'ল?"

"কালি? কালি এটা শব্দও নাই। এনেয়ে বহি থাকোঁতেই কেনেকৈযে দুটা ঘণ্টা পাৰ হৈ গ'ল! আহিবৰ পৰত মাথোন কৈছিল জোনালীয়ে—কাইলৈ আহিবাচোন—ডাঙৰ কথা এটা আছে।"

"পিচে আজি কি ক'লে?"

"গৈয়েই সুধিলোঁ—কোৱাঁ, কি ডাঙৰ কথা। জোনালীয়ে হাঁহিলে, হাঁহি মোৰ হাত এখনত ধৰিলে, তাৰ পাচত কলে—জানো কি কথা। তুমি কোৱাঁ!"

"এইবোৰ আকৌ কি কথা!"

"মই থিয় হলোঁ, হাতখন একৰাই কলোঁ—বেছ, তেন্তে কাইলৈ ক'বা। জোনালীও থিয় হ'ল, মোৰ পিচে পিচে দোখোজমান আগবাঢ়ি

আহি থাকিল, তাৰ পাচত চকু দুটা চলচলীয়া কৰি কলে—নকওঁ, সেইটো কথা মৰি গলেও নকওঁ! কৈয়েই দুই হাতেৰে মুখখন ঢাকি ভিতৰলৈ দৌৰ মাৰিলে জোনালীজনী।"

কথাবোৰ কৈ মই দত্তৰ মুখলৈ চালোঁ। এইবোৰ জানো শুনি ভাল লগা গল্প? তেনেই অৰ্থহীন। কিন্তু কি আচৰিত, কথাবোৰ একাগ্ৰচিত্তে শুনি দত্তই মোৰ চকুলৈ দেখোন চাই আছে। সেই চকুত হাঁহি নাই, উল্লাস নাই, আছে অশ্ৰুৰ আভাস। তাৰ পাচত তেওঁ হঠাৎ থিয় হ'ল আৰু কিবা এটা হেকৰাই অহা বস্তুৰ যেন খবৰ আহিব লাগে, এনে এক ব্যস্ততাৰে সুধিলে—"শদিয়াৰ ফালৰ চিঠিৰ ডাকটো আহিবৰ হোৱা নাইনে?"



সুধিলে?

অফিচৰ পৰা আহি নেকটাইডাল খুলিছোঁ মাত্ৰ, শ্ৰীমতী সেই একেটা প্ৰশ্ন লৈ ওচৰ চাপি আহিল।

খংটো সামৰি কলোঁ, ধৈৰ্য্য নেহেৰুৱাবাচোন! আজি গধূলি ইয়ালৈ আহিব, পাৰিলে কথাটো উলিয়াম। তুমি চাহৰ যোগাৰটো ৰাখিবা।

শ্ৰীমতীয়ে মুখখন গধুৰ কৰি ভিতৰলৈ খোজ ললে, এনে এটা ভাব—চাহহে খুউৱা হৈছে, কামটো হৈ উঠা নাই।

গধূলি ওলালহি ফুকন। মই শ্ৰীমতীক গোপনে সতৰ্ক কৰি ৰাখিলোঁ—হৈ যাব, চিন্তাৰ কাৰণ নাই। কিন্তু কথাটো আজিয়েই

উলিয়াব নেলাগে, বন্ধুত্ব আৰু গাঢ় হৈ উঠক। গতিকে ফুকনৰ লগত আন দিনাৰ দৰে মাথোন সাধাৰণ কথা-বাৰ্তা চলিল—ঘৰত গৰু কেইজনী, কোনজনীৰ পৰা কিমান গাখীৰ। মোৰ ল'ৰাটোৰ অদ্ভুত স্মৃতিশক্তি, অথচ তাৰ একৰ পৰা কুৰিলৈ সংখ্যাবোৰ মুখস্থ নাথাকে কিয়! মানুহ শকত হলে ভাল, নে ক্ষীণ হ'লে।

কেইদিনমানৰ পাচত ফুকনক ৰাতিৰ সাজ খাবলৈ নিমন্ত্ৰণ কৰা হ'ল। শ্ৰীমতীক কলোঁ—কথাটো আজি উলিয়ালে তাৰ বাবেহে নিমন্ত্ৰণ কৰা যেন হ'ব। বৰ অভদ্ৰতা কৰা হ'ব। গতিকে খোৱাৰ মাজত আমাৰ আলোচনা চলিল—আহিন মাহ পালেহি, তথাপি গৰম কমা নাই কিয়। ফুলকবি বেছি উপকাৰী নে বন্ধা কবি বেছি উপকাৰী। শ্ৰীমতীৰ বাই-ভনী কেইজনী, কোনজনী ক'ত পঢ়িছে।

তাৰ কেইদিনমানৰ পাচত ভদ্ৰতা ৰক্ষা কৰি ফুকনৰ ঘৰত আমাক দুপৰীয়াৰ সাজ খাবলৈ নিমন্ত্ৰণ। শ্ৰীমতীক বাটতে কৈ ৰাখিলোঁ— কথাটো আজি উলিয়ালে বৰ স্বাৰ্থপৰ আৰু বেৰসিক বুলি ভাবিব। গতিকে খোৱাৰ মাজত আমাৰ কথা-বাৰ্ত্তা হ'ল—ভাদ মাহ যায় যায়, তথাপি জাৰৰ ভাবটো অহা নাই কিয়। আলুত কাৰ্বোহাইড্ৰেট বেছি নে ভাতত। শ্ৰীমতীৰ ভাই-ককাই কেইটা, কোনটোৱে কি কৰিছে।

এদিন ফুকনৰ ঘৰলৈ এনেয়ে ফুৰিবলৈ ওলাই ভাবিলোঁ—চেলু এটা উলিয়াই কথাটো উলিয়ামেই উলিয়াম। কিন্তু কাৰ্য্যক্ষেত্ৰত উলিওৱা নহ'ল। সৌহাৰ্দ্য বঢ়াবলৈ শ্ৰীমতীৰ লগত মোৰ বিয়াখন কেনেকৈ হ'ল, তাকহে সজাই পৰাই কোৱা হ'ল। তাৰ কেইদিনমানৰ পাচত আহিল শ্ৰীমতী ফুকন। মোৰ শ্ৰীমতীও দেখিছোঁ বুদ্ধিমতী। কথাটো সেইদিনা তুলিয়াই তেৱেঁ। আন মকৰা কথা উলিয়ালে। বিয়া-বাৰুৰ কথাও ওলাল। এবাৰ তেওঁক মিছাকৈয়ে কোৱা শুনিলোঁ—মোৰ লগত বিয়া হোৱাত তেওঁৰ হেনো ঘোৰ আপত্তি আছিল কিন্তু তেওঁ ক নাপালে মই আত্মহত্যা কৰিম বোলাতহে শেষত মান্তি হ'ল!

আৰু এদিন ফুকন ফুৰিবলৈ আহোঁতে শ্ৰীমতীয়ে কি কৰিলে জানে ? গাখীৰ থকা সত্বেও কিকা চাহ একাপ হাঁহি হাঁহি আগত আনি দিলেহি। মুখত এনে এটা ভাব—আপোনাৰ ওচৰত কৃত্ৰিম ভদ্ৰতা নাই—খোলাখুলি। ময়ো আকৌ আন্তৰিকতাৰ অভিনয় কৰি তেওঁক দিয়া সন্দেশটোৰ এটুকুৰা ভাঙি মুখত ভৰালোঁ।

নাই, আৰু নোৱাৰি। কথাটো ইমানতে উলিওৱা হওক।

কথাটো উলিয়ালে অৱশ্যে ফুকনে নিজেই। কথা-প্ৰসঙ্গত ক'লে, তেওঁৰ ভাড়া ঘৰটোৰ পৰা মানুহজন বদলি হৈ যাব খুজিছে, গতিকে ভাড়াতীয়া মানুহ এঘৰ লাগে। মই শ্ৰীমতীৰ ফালে গোপনীয় হাঁহি এটা মাৰি কলোঁ—এৰা, এবাৰ এৰি গলে ভাড়াতীয়া মানুহ এঘৰ ঘপহকৰে পোৱা টানেই। শ্ৰীমতীয়েও একে সুৰতে ক'লে—যাকে-তাকে আকৌ ভাড়া দিব নোৱাৰি নহয় !

নাই, আৰু নোৱাৰি। কথাটো ইমানতে উলিয়াবই লাগিল।

অন্যমনস্কভাৱে হাঁহি কলোঁ—ক'তনো আৰু বিচাৰি ফুৰিব ! আমিয়েই লৈ থওঁ দিয়ক, এইটো ঘৰ বৰ ঠেক-ঠুক।

শ্ৰীমতীয়ে সতৰ্ক কাণ এখন ৰাখি অন্যমনস্কতাৰ অভিনয় কৰি ক'লে—এইটো ঘৰত কিন্তু বেছ মুকলি বতাহ, ইমান ভাল লাগে !

ফুকনৰ উত্তৰৰ বাবে আমাৰ দুইৰো অন্তৰ দুখন গোপনে কঁপি উঠিল—ইমান দিনে সুধিম বুলি আলচি ৰখা কথাটোৰ উত্তৰ !

উত্তৰত ফুকনে যি ক'লে, ৰাম ৰাম ! ক'লে, আন সকলোকে দিব পাৰিলেও আপোনালোকক নিদিওঁ। ইমান অন্তৰঙ্গ বন্ধুৰ লগত এনে কাৰবাৰ কৰিব নোৱাৰি।



আৰু মাত্ৰ এটা দিন বাকী। এটা দিন পাৰ হৈ গলেই ৰক্ষা! উঃ। কি জঘন্য!

হোটেলটোৰ গাতে লগাকৈ ঘৰখন। ইমান ওচৰযে খিড়িকী-খনেদি পাউদাৰ-এচেন্সৰ গোন্ধটো পৰ্য্যন্ত নাকত লাগিছেহি। আৰু ছোৱালীজনীৰ যে কি হাঁহি! পুৱাৰ পৰা শেষ ৰাতিলৈকে সকলোৰে লগত সমানে। আৰু ক'বনো ইমান আলহী! ইখনৰ পাচত সিখন গাড়ী, ইখনৰ পাচত সিখন ৰিক্সা। লগে লগে ভিতৰত গিলাচৰ ঠন-ঠননি, চ'দা-বটল ভঙা শব্দ আৰু ছোৱালীজনীৰ হাঁহি। কি জঘন্য!

সৰু চহৰ। দুদিনৰ বাবে আহি এই হোটেলটোতে থাকিবহি লগা হৈছে। ধৰ্ম্মালোচনাৰ সভা এখনত সভাপতিত্ব কৰিবলৈ আহিছোঁ। হোটেলত নমাৰ লগে লগে বিশেষ ব্যক্তি এজন আহিলে স্বাভাৱিকতে যেনে হয়, তেনে হ'ল। অৰ্থাৎ এজুম মানুহৰ নমস্কাৰ, এজুম ছোৱালীয়ে মালা পিন্ধাই দিয়া আৰু আৰু এজুম ল'ৰাই আটোগ্ৰাফ খুজি নিয়া। কাষৰ ঘৰৰ ছোৱালীজনীও (গণিকা বুলি ভাবিব নোৱাৰিনে?) দৌৰ মাৰি বাহিৰলৈ ওলাই আহিছিল। ওলাই আহিছিল আৰু আহিয়েই হাঁহিছিল। সেই হাঁহিৰ যেন অৰ্থ—মিছা, সকলো মিছা। বহুত বুদ্ধদেৱ, বহুত শঙ্কৰাচাৰ্য্য, বহুত গান্ধী আহিল, ক'তা—পৃথিবীখন জানো নিকা হ'ল?

আহিবৰ দিনা পুৱা গাত পানী ঢালি সূৰ্য্য-স্তবটো উচ্চাৰণ কৰিছোঁ, তেনেতে কাষৰ কোঠাটোৰ পৰা ছোৱালীজনীৰ সেই হাঁহি। মোৰ মন্ত্ৰ উচ্চাৰণ কৰা শুনিয়েই উপলুঙাৰ হাঁহি মাৰিছে হ'বলা—বেৰৰ ফুটা এটাইদি জুমি চালোঁ। সঁচা, ছোৱালীজনীয়ে খিড়িকীয়েদি স্পষ্টকৈ মুখখন উলিয়াই মোৰ গা ধোৱাৰ ফালে চায়েই হাঁহিব লাগিছে। এবাৰ চকুৱে চকুৱে পৰিল—গালৰ হাড় ওলোৱা আৰু চকু গাঁতলৈ যোৱা এজনী ছোৱালী। বেচেৰী! তাই বাৰু কিয়

ভেনে এটা পথ বাছি ল'লে—দুখ লাগে! চোৰাৰ লগে লগে ছোৱালীজনীৰ হাঁহিটো দেখোন তৎক্ষণাত মাৰ গ'ল আৰু কন্তেক পাচত মুখখন আঁতৰাই নিলে। লক্ষ্য কৰিলোঁ—ছোৱালীজনীৰ চকুহালিত যেন এটা গভীৰ বেদনা। সেই বেদনাৰ অন্তৰালত লুকাই আছে যেন এটা ভ্ৰূকুটি—কি কৰিছা, তোমালোক শঙ্কৰাচাৰ্য্যৰ দলবোৰে আমাৰ উদ্ধাৰৰ বাবে কি কৰিছা?

গা ধুই উঠি নতুন সাজযোৰ পিন্ধিলোঁ, কপালত চন্দনৰ ফোঁটটো ললোঁ। আৰু তাৰ পাচত দুৱাৰখন জপাই "দুৰ্গা দুৰ্গা" বুলি ওলাই আহিলোঁ। বাহিৰত দেখোন কিবা এটা গণ্ডগোল। কাষৰ ঘৰটোৰ পৰা কোনোবাই যেন গালি পাৰিছে। সেই ছোৱালী-জনীয়েই দেখোন! একেবাৰে বাহিৰলৈ ওলাই আহি উচ্চৈস্বৰে গালি পাৰিছে। কিন্তু কাক? হোটেলৰ মুখত থিয় দি থকা মানুহকেইজনক? দোষীৰ দৰে তেওঁলোকে নিৰ্বিবাদে গালিবোৰ হজম কৰিছে কিয়? মই ওলাই অহাৰ লগে লগে ছোৱালীজনীৰ মাতটো দেখোন আৰু ডাঙৰ হৈ উঠিল। চিয়ঁৰি চিয়ঁৰি কৈছে তাই—তুমি চাবলৈ লাজ নালাগে? ফোঁট-ৰেঘা লৈ সাধু সাজিছে! হুঁ—আমি সেই ৰকম ইয়াৰ্কি মৰা লোক নহয়—ভদ্ৰলোকৰ ছোৱালী!



এবাৰ নহয়, দুবাৰ নহয়, তিনিবাৰ—তিনিবাৰ বদলোৱাৰ পাচতো উলখিনি শ্ৰীমতীৰ পছন্দ নহ'ল। বণ্ডচুৰা আনিলে

ইটাগুৰীয়াহে ভাল, ইটাগুৰায়া আনিলে আকৌ কমলা ৰঙৰ নাইনে ? ৰামকৃষ্ণ ! শেষত খং উঠি কলোঁ—তুমিও লগতে ওলোৱা। নিজে যিমান লাগে চাই পছন্দ কৰি আনিবা। মই আৰু নোৱাৰোঁ।

গৃহিকে পিচদিনা শ্ৰীমতীক লৈ পুনৰ কল্পতৰু ষ্টোৰ্চত উপস্থিত। শ্ৰীমতীক উল বাছিবলৈ দি মই কিবা নতুন বস্তু আছিহে নেকি বুলি এনেয়ে এবাৰ দোকানখনত চকু ফুৰালোঁ। ৰঙ-বেৰঙৰ ছাতি এটা পাই কলোঁ—চোৱাঁ, গৌৰীলৈ কি সুন্দৰ হ'ব।

শ্ৰীমতীয়ে খঙেৰে উত্তৰ দিলে—"বিয়া দিবলগীয়া ছোৱালীয়ে সেইটো ল'লে দৰা কেনিবা হুৰিব।"

ছাতিটো ঘুৰাই দি আনে সুগুনাকৈ ময়ো সমানে উত্তৰ দিলোঁ—"আৰু বিয়া দিবলগীয়া ছোৱালীৰ মাকৰ ইপিনে ৰঙৰ চখ কি নাচাবা !" মোৰ উত্তৰে কাম দিলে—শ্ৰীমতীৰ তৎক্ষণাত উল এপেকেট পছন্দ হৈ গ'ল।

বাটত শ্ৰীমতীৰ মুখখন প্ৰফুল্লিত দেখি সুধিলোঁ—"এইবাৰ পছন্দমতে হৈছেতো ?"

শ্ৰীমতীয়ে চমুকৈ শলাগি পিছলৈ এবাৰ ঘূৰি চালে, তাৰ পাচত নিজৰ মনতে কলে—"এনে অভদ্ৰ !"

মই উত্তৰ দিলোঁ—"ক'মতো সেইদৰে, তুমিনো তেনেকৈ কিয় কৈছিলা ?"

কথাষাৰ শুনি শ্ৰীমতীয়ে মোৰ চকুলৈ আচৰিত হৈ চালে, তাৰ পাচত কলে—"নহয়, আপোনাৰ কথা কোৱা নাই। সেই টেলেকা দোকানীটো—কেনেকৈ ভেবা লাগি মোৰ মুখলৈ চাই আছিল ! এনে অভদ্ৰ ! এনে অভদ্ৰ !"

মোৰ খং উঠা নাছিল যদিও খং উঠা যেন দেখুৱালে শ্ৰীমতীয়ে ভাল পাব বুলি কলোঁ—"সচা নেকি ? তুমি মোক ভেতিয়াই নক'লা কিয় ? ভালকৈ এশিকনি দিলোঁহেঁতেন নহয় ! ব'লা, আকৌ যাওঁ।"

শ্ৰীমতীয়ে একো উত্তৰ নিদিলে, সচাকৈয়ে খং উঠিছিল হ'বলা। তাৰ পাচত কলে—"আজিৰ পৰ। আৰু কেতিয়াও নাহোঁ।"

মই জ্ঞানীৰ দৰে গহীনাই কলোঁ—"যাওক, মিছাকৈয়ে সাধাৰণ দোকানী এটাৰ লগত কি কাজিয়া কৰিবাগৈ! এৰা, গৌৰী আহিব খুজিছিল, নানি ভালেই কৰিলোঁ। অনা হলে দোকানীটো কিজানি পিচে পিচেই লাগি আহিলহেঁতেন।"

কথাষাৰ শুনা মাত্ৰকে শ্ৰীমতীয়ে দেখোন পিচলৈ ঘূৰি চালে—দোকানীটো তেতিয়াও পিচে পিচে লাগি আহিছে নেকি!

পিচদিনা দেখোঁ—শ্ৰীমতী সাজি-কাচি কেনিবা যাবলৈ ওলাইছে। গাত সাধাৰণতে নোলোৱা দামী চাদৰ এখন, মুখখনো আন দিনাতকৈ বেছি যত্নেৰে সজাইছে। শ্ৰীমতীয়ে তেনেদৰে সাজি-কাচি সাধাৰণতে মোৰ পৰা এটা শলাগনি বিচাৰে। সেইদিনা মই নিজে আগতে কলোঁ—"গৌৰীৰ আগতে তোমাৰ বাবেহে দেখিছোঁ আকৌ দৰা এটা বিচাৰিব লাগিব!"

উত্তৰত হাঁহি এটা লৈ শ্ৰীমতী কাষচাপি আহিল, কলে—"কালি গৌৰীৰ বাবে একো এটা নানিলোঁ বাবে তাই মুখখন ওফন্দাই আছে।"

মই সুধিলোঁ—"কি আনিবা নো তাইলৈ?"

শ্ৰীমতীয়ে চাদৰৰ খোচটো ভালকৈ টানি লৈ কলে—"কালি দোকানখনত দেখি আহিছোঁ—ব্লাউজৰ এটা নতুন ডিজাইন।"

মই আচৰিত হৈ সুধিলোঁ—"কিন্তু সেই অভদ্ৰ দোকানীটোযে—তুমি যোৱা জানো ভাল হ'ব?"

শ্ৰীমতীয়ে কলে—"নগৈ জানো উপায় আছে? তাই মুখখন পাচিটো যেন কৰি আছে।"

মই কলোঁ—"বেছ, তেন্তে গৌৰীও ওলাওক। আমি বাছি দিয়াটো তাই পছন্দ কৰে বা নকৰে!"

শ্ৰীমতীয়ে শিয়ঁৰি উঠাৰ দৰে কলে—"নেলাগে, নেলাগে! সেই

অভত্র দোকানীটো—মোৰ এতিয়াও গাটো গৰম হৈ যায়। গৌৰী গ'লে কিজানি সেইটো পিচে পিচেই লাগি আছে।"

মই বিজ্ঞ লোকৰ দৰে কলোঁ—"কিন্তু একমাত্র সেইখন দোকান-তহেঁযে ডিজাইনটো আছে, তাৰ কি অৰ্থ?"

শ্ৰীমতীয়ে হাঁহি উত্তৰ দিলে—"কালি গৈছিলোঁ বাবে আজি কিজানি চিনি পাই ছুপইচা সস্তাতে দিয়ে।" মই ভাবি চালোঁ—এৰা, হয়তো।

গন্তিকে আকৌ কল্পতৰু ষ্টোৰ্চ।

দোকানত আন গ্ৰাহক নাছিল, মাত্র কলেজীয়া ছোৱালী এজনী। ছোৱালীজনীয়ে পিটিকি পিটিকি কাপোৰ এটা পৰীক্ষা কৰিছে। মই ভিৰ নথকাত স্বস্তিৰ নিশ্বাস পেলাই শ্ৰীমতীক ব্লাউজৰ ডিজাইন বাছিবলৈ এৰি দিলোঁ। তাৰ পাচত দোকানৰ আন বস্তু এৰি দোকানী কেইটাৰ মুখকেইখন কায়দা কৰি চাই ললোঁ—তাৰ ভিতৰত কোনটোৱেনো শ্ৰীমতীৰ পিনে ৰ-লাগি চায়। কিন্তু হতাশ হলোঁ। ক'তা, সকলো দেখোন নিজ নিজ কামত ব্যস্ত।

অলপ পাচত শ্ৰীমতীয়ে নিৰাশভাবে কাষচাপি আহি কলে—"কালি দেখা ডিজাইনটো নাই—বিক্ৰী হৈ গ'ল হ'বলা!"

কোৱাৰ লগে লগে তেওঁ ওলাই আহিল। ময়ো তেওঁৰ পিচে পিচে ওলাই আহি ফুচফুচাই সুধিলোঁ—"অভদ্ৰটোৱে আজিও চাইছিল নেকি?"

উত্তৰত শ্ৰীমতীয়ে মুখটো জোকাৰিলে। তাৰ পাচত দোকানখনলৈ ঘূৰি চালে। তেনেতে কলেজীয়া ছোৱালীজনী ওলাই আহিল। ব্লাউজৰ নতুন ডিজাইনটো যেন ছোৱালীজনীয়েহে নি আদায় কৰিলে, এনে এটা খঙৰ ভাবেৰে শ্ৰীমতীয়ে ছোৱালীজনীলৈ চালে, তাৰ পাচত মুখখন ভেঙুচাই নিজৰ মনতে কলে—"কেনেপাট দেখিবলৈ!"



এই ফাইল তিনিটা চহী কৰা হ'লেই চিঠিখন পঢ়ি চাব লাগিব। মূৰ নদঙাকৈ বাতিপুৱাৰপৰা কাম কৰিবলগা হৈছে। ফাইলৰ পাচতে ফাইল। আৰু আটাইবোৰেই জৰুৰী। এক মিনিটো যদি সুৰুঙা পাইছোঁ! অথচ এক বাজিলহি। নাই, আৰু নোৱাৰি।

ঠিকেই, কল্যাণীয়ে লিখিছে। লিখিছে—আজি সন্ধিয়া যেনে তেনে…

"আহিব পাৰোঁনে?"

কষ্টেৰে চকু দুটা চিঠিখনৰপৰা একৰাই আনি দেখোঁ—য'তে বাঘৰ ভয়, ত'তে গধূলি হয়। শইকীয়া। 'আগুৱান'ৰ সেই বুঢ়া সম্পাদকজন।

"নাই, নাই, এই সংখ্যাত কোনোমতেই নোৱাৰিম। কামৰ ভীষণ হেঁচা।"

উত্তৰত শইকীয়া নিজে নিজে চকী এখনত বহি পৰিল। তাৰ পাচত মৃদু ভৰ্ৎসনাৰ সুৰত ক'লে—"গল্প লিখিবলৈ ক'লেই আপোনাৰ সময় নোহোৱা হয়। অথচ ঘণ্টাৰ পাচত ঘণ্টা কল্যাণীহঁতৰ ঘৰত বহি থাকিবগৈ পাৰে!"

খং উঠিব লাগিছিল, নুঠিল। বৰং কল্যাণীৰ নামটো যোৰাই দিয়াত পেটে পেটে ভাল লাগিল। তাৰোপৰি কল্যাণীৰ ঘৰত ঘণ্টাৰ পাচত ঘণ্টা বহিবলৈ পোৱাটো যেন সৌভাগ্যৰ কথাহে। মুখেৰে তথাপি কলোঁ—"কোন কল্যাণী?"

বুঢ়াই সৰ্বজ্ঞানৰ দৰে হাঁহি মুখটো জোকাবিলে, তাৰ পাচত লাঠীডালত ভৰ দি যাবলৈ থিয় হ'ল। ময়ো ফাইল এটা মেলি স্বস্তিৰ নিশ্বাস পেলালোঁ।

সঁচা নকৈ কি, সম্পাদকজনক দেখিলেই মোৰ জ্বৰ উঠা হৈছে। য'তে লগ পায়, ত'তে সেই একেটা অনুৰোধ—গল্প এটা লিখি দিব লাগে। আনকি বিষয়ো ধৰি দিছে। নেকাৰপৰা অহা পাহাৰী ভগনীয়াৰ বিষয়ে এটা গল্প। চাওকচোন বাৰু, হ'ল বুলিনো আৰু এইদৰে গল্প লিখিব পাৰিনে ?'

কল্যাণীৰ চিঠিখন আকৌ মেলি ললোঁ। শীতল বতাহ এছাটিয়ে জুৰ পেলাই যোৱাৰ দৰে আখৰ কেইটাই ক্ষন্তেকতে মোৰ সকলো খং নাইকিয়া কৰি পেলালে। আজি সন্ধিয়া যেনে-তেনে···

খিড়িকীয়েদি দূৰৰ জোনটোলৈ চাই কল্যাণীয়ে গুণগুণাই কিবা এটা গাই আছিল। মই পিচফালৰপৰা চকু দুটা জপাই সুধিলোঁ— "কোৱা কিয় মাতিছিলা ?"

কল্যাণীয়ে মোৰ হাত দুখন এৰুৱাবলৈ যত্ন নকৰি ক'লে— "মাতিলেহে আজিকালি আহে !" কিন্তু তেনেই মিছা কথা, পৰহি দিনা মাত্ৰ আহি গৈছোঁ।

মই একো উত্তৰ নিদি চোফা এখনত বহি পৰিলোঁ। কল্যাণীও কাষচাপি আহিল। ক্ষন্তেক নীৰৱ। এবাৰ কল্যাণীয়ে মোলৈ কিবা এটা ভাবি গম্ভীৰভাবে চালে, তাৰ পাচত কলে—"আপুনি ইমান সুন্দৰ গল্প লিখে। 'জৰাসন্ধৰ মৃত্যু'টো মোৰ এতিয়াও মনত পৰি আছে।"

মই হাঁহি কলোঁ—"তুমি মোক ভালপোৱা বুলিয়েই হয়তো মোৰ গল্পবোৰো ভাল পোৱা।"

কথাষাৰ কাণত নোসোমোৱাৰ দৰে কল্যাণী আৰু কাষচাপি আহিল, কোটৰ জেপৰ কমালখন ঠিক কৰি দিলে, তাৰ পাচত কলে, "মোৰ এটা অনুৰোধ ৰাখিব ? কিন্তু কাকো নক'ব হলে !"

মই উত্তৰ দিলোঁ—"তোমাৰ কোনটো অনুৰোধ পেলাইছোঁ ?" কল্যাণীয়ে আকৌ জোনটোলৈ চালে, তাৰ পাচত চকু দুটা চলচলীয়া

কবি কলে—"আজি তিনি নম্বৰ ভগনীয়া শিবিৰটোলৈ গৈছিলোঁ। ইমান ভগনীয়াবোৰ আহিছে! এজনী মনৃপা ছোৱালী পাইছিলোঁ—ইমান ধুনীয়া! তাই কিন্তু দিনটো কান্দি থাকে—তাইৰ প্ৰেমিকটো চীনা সৈন্যই হেনো মাৰি পেলালে।"

মই মাজতে সুধিলোঁ—"মই পিচে কি কৰিব লাগিব? মনৃপাজনীক ৰাখি থ'বহি লাগে নেকি?"

উত্তৰত কল্যাণী উঠি গ'ল, তাৰ পাচত ফুলদানীৰ ফুল এটা মোৰ কোটৰ বুটামত গাঁথি দি ক'লে—"সেই বিষয়ে মোৰ নামত গল্প এটা লিখি দিব? নিচেই চুটি গল্প এটা?"

মই হাঁহি কলোঁ—"তুমি নাচ-গানত এনেয়ে বিখ্যাত, তাতে লেখিকা হৈ গ'লে মোলৈ আৰু ঘূৰিয়েই নাচাবা দেখোন!"

কল্যাণীয়ে কৈ গ'ল—"আগুৱানৰ সম্পাদক শইকীয়া যে—দেউতাৰ খুব বন্ধু। মই কিবা এটা দিলে নিশ্চয় প্ৰকাশ কৰিব। কওক, কেতিয়া দিব।"

মই কলোঁ—"বাৰু, ভাবি চাওঁচোন।"

তাৰ পাচত কল্যাণীহঁতৰ গেটখন খুলি ওলাইছোঁহে, তেনেতে যমৰ টেকেলাৰ দৰে সম্পাদক শইকীয়া! হে ভগবান! কিন্তু ৰক্ষা, শইকীয়াই গল্পৰ কথা শুনিয়ালে। মাত্ৰ কলে—"বৰ সোনকালে উঠিল দেখোন?"

মই সেপ ঢুকি কলোঁ—"কামৰ যি হেঁচা!" শইকীয়াই একো উত্তৰ নিদিলে।

আহি সকলো কাম বাদ দি কাগজ-কলম উলিয়াই ললোঁ। আৰু কি আচৰিত! তৎক্ষণাত এটা সুন্দৰ গল্পৰ প্লট মনত খেলাই গ'ল।

গল্পটো লিখি যেতিয়া শেষ কৰোঁ, তেতিয়া ৰাতিও শেষ হওঁ হওঁ।

আৰু পাচদিনা সেইটো গোপন প্ৰেম-পত্ৰৰ দৰে কল্যাণীৰ হাতত

দি ফুচফুচাই কলোঁ—“তোমাৰ নামত মই লিখা বুলি সম্পাদকজনে যেন কেতিয়াও নাজানে। কপি কৰি দিবা।”

কল্যাণীয়ে শলাগি গল্পটোৰ নামটো নিজৰ মনতে এবাৰ ডাঙৰকৈ পঢ়িলে—‘প্ৰৱঞ্চনা।’

এসপ্তাহৰ মূৰত ডাকযোগে “আগুৱান” একপি পাই হাঁহি উঠি গ’ল—কল্যাণীজনীবোযে কাণ্ড! খৰখৰকৈ খুলি দেখোঁ— ‘প্ৰৱঞ্চনা’টো ওলাইছে, কিন্তু কি আচৰিত—গল্পৰ তলত আছে লেখক মোৰ নামটো·· ···শৰ্ম্মা!



নেপালীজনীয়ে টকাকেইটা আকৌ এবাৰ গণি খোচনিত সুমুৱাই থলে, তাৰ পাচত খালী জাগটো দাঙি লৈ ধন্যবাদসূচক হাঁহি এটাৰে লাহে লাহে তললৈ নামি গ’ল। মই পিচফালৰ পৰা চিঞঁৰি কলোঁ —“এইদৰে সদায় ভাল গাখীৰ দি থাকিবি কিন্তু।” তাৰ পাচত গছ কেজোপাৰ আঁৰ নোহোৱালৈকে মই তাইলৈ চাই ৰলোঁ আৰু চাই চাই ভাবিলোঁ—কেৱল ঘৰে ঘৰে গাখীৰ বিক্ৰী কৰি ফুৰিবলৈকে ভগবানে তাইক ইমানখিনি ৰূপ দিয়াৰ কি প্ৰয়োজন আছিল?

“কাঞ্চীজনী গ’লগৈ নে কি? তাইৰ গাখীৰটোপা ইমান সুন্দৰ!” —শ্ৰীমতীয়ে পাচ ফালৰপৰা মাত লগালে।

মই ধেমালিৰ সুৰত ক’লোঁ—“গাখীৰটোপাতকৈও তাই মানুহ-জনীহে বেছি সুন্দৰ। ইমান মুকলি হাঁহিটো!”

তাৰ পাচত তেওঁৰ হাত এখনত থাপ মাৰি ধৰি যোগ দিলোঁ—

"কাঞ্চীজনীৰ দৰে তুমিও খোপাটো নাবান্ধা কিয়? ইমান ধুনীয়া লাগে!"

উত্তৰত শ্ৰীমতীয়ে মোৰ চকুলৈ ক্ষন্তেক কিবা এটা ভাবি চালে, তাৰ পাচত লাহে লাহে হাতখন একৰাই নিলে।

কিন্তু ভলৰ মানুহবোৰে পৰোক্ষভাবে প্ৰশংসা লাভ কৰিলেও যে চল পাই গললৈ জপিয়াব খোজে, তাৰ প্ৰমাণ পিচ দিনাই পোৱা গ'ল। চাহৰ টেবুলত বহি দেখোঁ—পটটোৰ গাথীৰখিনি ভেনেই পনীয়া। থাকিছোঁহে থাকিছোঁ, চাহখিনি বগাই নহয়। মোৰ খংটো শ্ৰীমতীয়ে লক্ষ্য কৰি আছিল, হাঁহি কলে—"খুব ভাল হৈছে! আৰু প্ৰশংসা কৰক সেইজনীক।"

মই একো উত্তৰ দিবলৈ নাপাই ৰঙা চাহখিনি একে উশাহে গিলি থিয় হলোঁ—যেন শ্ৰীমতীৰ মন্তব্যবোৰো এইদৰে গিলিব লগা হ'ল।

পাচদিনা আন এটা কাণ্ড। চাহৰ টেবুলত বহোঁতেই শ্ৰীমতীৰ ঘোষণা—"গৰম কৰোঁতে আজি গাখীৰ ফাটিল।"

উত্তৰত মোৰ মুখেদি মাত্ৰ ওলাল—"এই চোট্ট জাতবোৰ।"

মোৰ খং দেখি শ্ৰীমতী হাঁহি কাষচাপি আহিল, তাৰ পাচত সকলৈ কলে—"কাইলৈৰপৰা সেই বুঢ়া নেপালীটোৱে গাখীৰ দিব। কাঞ্চীজনীক এৰি দিলোঁ।"

মই শ্ৰীমতীৰ হাত এখন দুই হাতৰ মাজত লৈ ক'ব খুজিছিলোঁ— সুন্দৰ ব্যৱস্থা! কিন্তু তেওঁৰ মুখলৈ চাওঁতে থমক খাই গলোঁ—তেওঁ দেখোন সেই ধূৰ্ত্ত নেপালীজনীৰ দৰে আজি খোপাটো বান্ধিছে!



খং উঠি যায়—এই অলকাজনীওযে !

ব্ৰহ্মপুত্ৰত দলং দিছে, দিছে। তাকে আকৌ চাবলৈ যাব লাগে কিয় ?

অলকাই জানে, ভালকৈয়ে জানে—মই এখন থিচিচ লিখি আছোঁ। আজি দুবছৰে দিনে ৰাতিয়ে লাগি এই শেষ অধ্যায়টো পাইছোঁহি আৰু শেষ অধ্যায় বুলিয়েই তাত সকলো কথা সামৰিব লগা হৈছে।

নাৰী আৰু প্ৰেম—কিমান ব্যাপক আৰু জটিল বিষয় ! বিভিন্ন যুগৰ নাৰী চৰিত্ৰ অধ্যয়ন কৰিব লগা হৈছে। কিমান ইতিহাস আৰু দৰ্শন, লগে লগে বিভিন্ন যুগৰ কিমান সাহিত্য ! আৰু অলকা সৰু ছোৱালীও হৈ থকা নাই। অথচ ৰাতিপুৱাই টেলিফোনটো দাঙি কৈছে—"ব্ৰহ্মপুত্ৰৰ দলংখন চাবলৈ যাওঁ ব'লক। এদিন এবেলা গ'লেনো কি এনে ডাঙৰ ক্ষতি ? নাই নাই নাই, মই কোনো কথা নুশুনো। আজি আহিবই লাগিব। কওক কেতিয়া পাবহি ?..."

চাওকচোন বাৰু কথাবোৰ। খং উঠি যায়—এই অলকাজনীওযে !

আবেলি ডাকৰ চিঠি এখন পাই পুলকিত হৈ উঠিলোঁ। আমেৰিকাৰ ডক্টৰ থমচনে লিখিছে—মোৰ থিচিচখনৰ এই পৰ্য্যন্ত শেষ কৰা অধ্যায়কেইটা পঢ়ি তেওঁ আচৰিত হৈছে—ইমান কম বয়সতে নাৰী চৰিত্ৰৰ ইমান সূক্ষ্ম আৰু ব্যাপক জ্ঞান ! তেওঁ মোক শুভেচ্ছা জনাইছে আৰু লিখিছে—"ইয়ং মেন, ইয়াৰ পাচৰ চিঠিখনত তোমাৰ নামৰ আগত ডক্টৰ উপাধি লিখিবলৈ মই অপেক্ষা কৰি আছোঁ।"

চিঠিখনৰ উত্তৰ কি দৰে দিয়া যায় বুলি চিন্তা কৰিছোঁ, তেনেতে ওলালহি অলকা। আহিয়েই ডাঙৰ সংবাদ এটা দিয়াৰ দৰে কলে—"দলং চাবলৈ নগলোঁ আজি !"

মই সুধিলোঁ—"দলং ? কি দলং ?"

উত্তৰত অলকা হাঁহি হাঁহি কাষচাপি আহিল, তাৰ পাচত ক্ষন্তেক নীৰৱে থাকি অসংলগ্ন ভাবে কলে—"আপোনাৰ ফুলদানিৰ ফুলকেইটা লেৰেলি গৈছে, নতুন ফুল থওঁ ?"

মই উত্তৰ দিলোঁ—"কিন্তু নতুন ফুলো জানো কাইলৈ লেৰেলি নাযাব ?"

উত্তৰত অলকাই কিয় জানো মুখখন ওন্দোলাই পেলালে, বোধকৰোঁ এনে এটা ভাব—ফুলবোৰনো সদায় কিয় লেৰেলি যায় ! তাৰ পাচত কলে—"দলং চাবলৈ নগলোঁ কিয়, সোধক আকৌ !"

মই উত্তৰ দিলোঁ—"ঘৰত চাগে যাবলৈ নিদিলে, নাইবা গানৰ মাষ্টৰজন আহিল !"

অলকাই চকু দুটা নচুৱাই নচুৱাই কলে—"মিছা কথা, মুৰ কামুৰিলে ৰাবেহে !" মই থমক খাই গলোঁ—"সঁচা ? এতিয়া ভাল পাইছা ?"

অলকাই কিয় জানো হাঁহিলে—"বাক, দলং চাবলৈ যাওঁতে মোৰ সঁচাকৈয়ে যদি মুৰ কামুৰিলেহেঁতেন—ধৰক মাজ দলং পাওঁতেই ভীষণ মুৰৰ কামোৰণি—তেতিয়া কি কৰিলেহেঁতেন আপুনি ?"

মই থতমত খাই গলোঁ—"এৰা, কি কৰিলোঁহেঁতেন বাক ! আজি নগলোঁযে ভালেই হ'ল, কি কোৱা ?"

উত্তৰত অলকাই মোৰ চকুলৈ কি ভাবি জানো ক্ষন্তেক চাই ৰ'ল, তাৰ পাচত মুখখন ঘূৰাই কলে—"যাওঁ ।"

মই তাইৰ মন ভাল লগাবলৈ কলোঁ—"আমেৰিকাৰ বিখ্যাত পণ্ডিত ডক্টৰ থমচনৰ নাম শুনিছা ? তেওঁ মোলৈ কি লিখিছে, চাবা ?"

অলকাই বিশেষ আগ্ৰহ নেদেখুৱাই কলে—"পাচত চাম বাক ।" কৈয়েই লাহে লাহে ওলাই গ'ল অলকা আৰু মই ডঃ থমচনৰ চিঠিখন হাতত লৈ ভাবিলোঁ—বেচেৰীৰ সঁচাকৈয়ে মুৰ কামুৰিছে হ'বলা !

থিচিচখন ক্ৰমে শেষ হৈছেহি । উপসংহাৰত লিখিছোঁ—যুগে যুগে ৰূপ বদলিলেও নাৰীৰ অন্তৰ একেই আছে । গ্যেটেই এঠাইত কৈছে—

তেনেতে দুৱাৰত টক্ টক্ শব্দ । এই অলকাজনী ! সময় নাই, অসময় নাই ! দুৱাৰ মেলি দেখোঁ—সঁচা, অলকাই, কিন্তু এইজনী

যেন একেবাৰে বেলেগ অলকা। মই এঠাইত বহিবলৈ দি আচৰিত হৈ সুধিলোঁ।—"কি হৈছে—কিবা অসুখ?"

অলকাই তলমূৰকৈ কলে—"ৰঞ্জিত মোমাইদেউ আহিছে, মোক এমাহৰ বাবে বাহিৰত ফুৰাবলৈ নিব খুজিছে।"

মই হাঁহি কলোঁ।—"কিন্তু ইয়াত চিন্তা কৰিবলৈ কি আছে? যোৱা।"

অলকাই উত্তৰ দিলে—"কিন্তু মই এমাহ নাথাকিলে আপোনাৰ লিখাবোৰ কোনে কপি কৰি দিব?"

কথাষাৰত আচৰিত হৈ গলোঁ।—মোৰ থিচিচখনৰ প্ৰতি অলকাৰ কিমান আগ্ৰহ! আজি ইমানদিনে মই মিছাকৈয়ে তেওঁে ভুল ধাৰণা এটা লৈ আছিলোঁ। তথাপি কলোঁ—"মাত্ৰ শেষ অধ্যায়টো আছেগৈ। তুমি তাৰ বাবেই থাকি যাব লাগিছে কিয়? যোৱা, ফুৰিলে গা-মন ভালে থাকে।" কথাষাৰ উপলব্ধি কৰাৰ দৰে অলকাই কিবা এটা দকৈ ভাবিলে, তাৰ পাচত লাহে লাহে ওলাই গ'ল।

পিচদিনা ডাকঘৰৰ পৰা ঘূৰি আহি দেখোঁ—অলকা দেখোন মনে মনে বহি আছেহি! তাই তেন্তে মোমায়েকৰ লগত নগ'ল? কিয় নগ'ল—কাৰণটো সুধিব খোজোঁতেই অলকাই নিজে ক'লে—"গানৰ মাষ্টৰজনে নতুন সুৰ এটা দিছে, ফুৰিবলৈ গলে আৰু শিকা নহ'ব।"

মই হাঁহি কলোঁ—"গানলৈ তোমাৰ ইমান ধাউতি কেতিয়াৰপৰা হ'ল বা!"

উত্তৰত দেখোন অলকাই চকু দুটা আকাশখনৰপৰা একন্নাই আনি মোৰ চকুত থলে, কিবা এটা ভাবি ক্ষন্তেক চাই ৰ'ল। তাৰ পাচত কি আচৰিত—চকু দুটা সেমেকি উঠিল, তাৰ পাচত মোৰ কাষৰপৰা গুচি যাব পাৰিলেই যেন ৰক্ষা, এনেভাবে উচাৎ মাৰি অন্তৰ্দ্ধান হৈ গ'ল অলকা।

ছেঃ! বৰ বেয়া কথাটো হ'ল, অলকাই কিজানি এনে ধেমালি

ভালেই নাপায় ! নে এইটো তাইৰ লাজ ? অষ্টম অধ্যায়ৰ এঠাইত লিখিছোঁ—লাজ ভালপোৱাৰে এটা লক্ষণ।

তাৰ পাচত কিয় জানো অলকা এমাহ—পুৰা এমাহ মোৰ কাষলৈ নাহিল। বৰ বেয়া লাগি গ'ল—কথাষাৰ কৈ মই যেন তাইৰ অন্তৰত সঁচাকৈয়ে আঘাত দিলোঁ। কি কৰা যায় ? ক্ষমাকে খুজিম নে কি ?

তেনেতে মোৰ দুশ্চিন্তা ভঙ্গ পেলাই হঠাৎ খবৰ আহিল—ইমান-দিনে অপেক্ষা কৰি থকা সু খবৰটো—থিচিচখনৰ বাবে মই ডক্টৰেট পাইছোঁ ! ! অভিনন্দন জনোৱা বন্ধু-বান্ধৱেৰে ঘৰ ভৰি পৰিল, দূৰ-সুদূৰৰ পৰা চিঠিৰ পিচত চিঠি আহিল। সংবাদদাতা আহিল, ফটোগ্ৰাফাৰ আহিল—একেবাৰে হৈ-চৈ কাণ্ড !

কিন্তু নাহিল অলকা।

তাই বাৰু খবৰকে পোৱা নাই নে কি ? নে সঁচাকৈয়ে পাহৰিব নোৱাৰা আঘাত পালে ? কিন্তু থিচিচখনৰ প্ৰতি তাই দেখোন অসীম আগ্ৰহ দেখুৱাইছিল। তেন্তে কি হ'ল অলকাৰ ? আৰু দুদিন বাট চালোঁ, নাই—নাহিল অলকা। গতিকে শেষত মই নিজে গলোঁ।

অলকাই তলমূৰ কৰি উল গুঠি আছিল। কিন্তু কি আচৰিত—খবৰটোত তাই বিশেষ আগ্ৰহ নেদেখুৱালে। উলখিনিতে চকু দুটা ব্যস্ত হৈ থাকিল। মই গুৰুত্ব বঢ়াবলৈ কলোঁ—"মোৰ থিচিচখন উলামুলা পণ্ডিতে চোৱা বুলি নাভাবিবা। স্বয়ং ডক্টৰ থমচনে পৰীক্ষা কৰিছিল !"

এইবাৰ অলকা থিয় হ'ল, চিনাকি হাঁহিটো মুখত ফুটি উঠিল, তাৰ পাচত কলে—"থিচিচখনৰ কি নাম আছিল ? 'নাৰী আৰু প্ৰেম ?' কিন্তু জানে, সেইখন মই পৰীক্ষা কৰা হ'লে আপোনাক ডক্টৰেট নিদিলোঁহেঁতেন !"

কথাবোৰ চাওক। খং উঠি যায়—এই অলকাজনীওবে !



নহয়, মই পুলিচত খবৰ দিম। দুখীয়া হলোঁ বুলি ছোৱালীৰ বাপেক হিচাপে মোৰ মান এটা নোহোৱা হ'ল নে? কথাটো চোৱা —মৌজাদাৰৰ পুতেকে মোৰ বৰ ছোৱালী সেউতীক হেনো ভাল দেখিছে, সেইবাবে নৈ-ঘাটত এদিন অকলে লগ ধৰি তাইক পলুৱাই লৈ যাবলৈ বুদ্ধি পাঙিছে। চোৱা বাৰু আকলটো! আৰু শুনিলেও পাপ—সেউতীক নাপালে বোলে বাঘে-খোৱাটো বিহ খাই মৰিব!

দুই-এক গঞা লোকে বুজালে—পুলিচত দিয়াৰ আগতে কথাটো এবাৰ হেনো আমাৰ পঞ্চায়তৰ সভানেত্ৰী গৰাকীক কাণ ছোৱাই থোৱা ভাল হ'ব। তেতিয়া আৰু আগলৈ-পাচলৈ বুলিবলৈ দোষ নাথাকিব।

পঞ্চায়তৰ সভানেত্ৰীক ঘৰতে পালোঁগৈ—বৰ ভাগ্য! আঃ! কেনে গম্ভীৰ মূৰ্ত্তি। বয়সনো আৰু কিমান হৈছে—তথাপি পঢ়া-শুনাৰ জোৰতে কেনে গহীন! সদায় পুথি পাঁজি লৈয়েই ব্যস্ত, সেইবাবে এই পৰ্য্যন্ত বিয়াও সোমোৱা নাই। এৰা, এইহে! এনে এজনীক বাৰু কোনে ফুচুলাবলৈ সাহ কৰে চাওঁচোন!

সকলো কথা বিবৰি কলোঁ। সভানেত্ৰীৰ মুখখন চিন্তাক্লিষ্ট হৈ উঠিল, এবাৰ সেউতীৰ মুখলৈ চালে, তাৰ পাচত চালে দূৰলৈ। এনে এটা ভাব—আমাৰ দেশৰ পৰা এনেবোৰ বেয়া কথা কেতিয়া নোহোৱা হ'ব। তাৰ পাচত তেওঁ সুধিলে—"মৌজাদাৰৰ পুতেক সেই শশধৰ! বঢ়িয়া ল'ৰা দেখোন! মন কৰিছে যেতিয়া ছোৱালীজনী দি নিদিয়ানো কিয়?"

মোৰ খং উঠিছিল, কলোঁ—"মন আছে যদি দেশ-দস্তুৰ মতে নোখোজেহি কিয় ? বিহ খাই মৰিম, পলুৱাইহে নিব—এনেবোৰ বৰ কথা মাতে কেলেই ?"

সভানেত্ৰীয়ে মোৰ কথালৈ মন নকৰি আকৌ এবাৰ সেউতীলৈ চালে, চায়েই ব'ল বহুতপৰ, তাৰ পাচত তাইক কাষলৈ মাতি অতি আগ্ৰহেৰে আৰু সোধাটো যেন দোষহে হৈছে এনে সুৰত সুধিলে—"তোমাৰ—তোমাৰ নামটো কি ?"

সেউতীয়ে নামটো ক'লে। কওঁতে দেখিলোঁ—সভানেত্ৰীয়ে তাইৰ ওঁঠ দুটালৈ লক্ষ্য কৰিছে। কি নাম কৈছে সেইটোতকৈ নামটো কেনেকৈ কৈছে সেইটোহে যেন ডাঙৰ কথা।

তাৰ পাচত তেওঁ থিয় হ'ল, সেউতীৰ হাত এখনত ধৰি তাইলৈ আকৌ এবাৰ চালে, তাৰ পাচত সৰুকৈ ক'লে—"তোমাক এটা ডাঙৰ কথা সুধিব লাগে—ভিতৰলৈ আহা।"

ডাঙৰ কথানো বাৰু কি থাকিব পাৰে ? জানোচা সেউতীৰে কিবা দোষ দেখা পাইছে ! আৰু ইমান গোপনে ক'বলগীয়া হ'ল কিয় ? মনৰ খু-দুৱনি মাৰিবলৈ ময়ো আগবাঢ়ি গলোঁ, তাৰ পাচত কাণ দুখন থিয় কৰি দুৱাৰৰ ফাকেদি জুমি চালোঁ। হৰি হৰি ! সভানেত্ৰীয়ে সেউতীক হাত দুখনতে দেখোন মুঠি মাৰি ধৰি কিবা এটা ক'বলৈ কাতৰ ভাবে অনুৰোধ জনাইছে। আৰু তেওঁৰ চকুত পানী !

"কোৱা—তুমি ক'বই লাগিব।"

কি কথা বাৰু ? আৰু সেউতীজনী সেয়া লাজত বগা পৰি গৈছে কিয় ?

"পলুৱাই নিব খোজে ! নহলে বিহ খাই মৰিব ! কোৱানা—ডেকা এজনক কেনেকৈ বাৰু সেইদৰে আসক্ত কৰিব পাৰি, কোৱা !"

মই একো বুজিব নোৱাৰিলোঁ—এইবোৰ আকৌ কি কথা !



"সাৱধানে খোজ দিবি, বৰ আন্ধাৰ।"

সবলা বাইদেউৰ চাদৰৰ আঁচলটোত ধৰি মই খুপি খুপি তললৈ নামি গলোঁ। ভীষণ আন্ধাৰ। ক্রমে ধিমিক-ধামাককৈ জ্বলা কেইটামান মাটিৰ চাকি চকুত পৰিল। পূজাৰীৰ মন্ত্রও শুনিলোঁ। বাইদেৱে আকৌ কলে—"বৰ আন্ধাৰ—সাৱধান!"

তাৰ পাচত আমি হুয়ো আঠুকাঢ়ি সেৱা কৰিলোঁ। বাইদেৱে গধুৰ চকু দুটা জপাই কিবা এটা প্রার্থনা কৰিলে। কি প্রার্থনা কৰিলে, মই অৱশ্যে জানো। ভিনিহিৰ যোৱা-খোৱা নৰিয়া—আজি সাদিন হ'ল। হে ঈশ্বৰ, ভাল কৰি দিয়া।

সেৱা কৰি বাহিৰলৈ ওলাওঁতে বাউদেৱে আকৌ কলে—"বৰ আন্ধাৰ—সাৱধান!"

কিন্তু মন্দিৰৰ দুৱাৰমুখ পাই উচপ খাই উঠিলোঁ—বলোভদ্র। তাৰ মুখখন দেখোন কেহেৰাজ বতাৰ দৰে ক'লা পৰি গৈছে! কি হ'ল? মুখ মেলিব খোজোঁতেই সি মোক সাৰটি ধৰি হুকুহুকুকৈ কান্দি পেলালে। তাৰ পাচত কলে—"বুলু, ভিনিহিদেউৰা আৰু নাই!"

আৰু নাই! মই তাৰ হাতৰ পৰা নিজকে এৰুৱাই ভয়ে ভয়ে বাইদেউৰ চকুলৈ চালোঁ, কিন্তু আচৰিত হৈ গলোঁ—বাইদেউৰ মুখখন ক'লা পৰি গৈছে যদিও চকু দুটা দেখোন একেদৰেই আছে, তাত এক বিন্দুও পানী নাই। বাইদেউজনী ইমান টান মনৰ!

তাৰ পাচত আমি তিনিও নাৱত উঠিলোঁহি। বাইদেৱে কলে—"সাৱধান, বৰ দ।"

কৈয়েই তেওঁ মোক কোলাত সুমুৱাই ল'লে। বাইদেউজনীবো

যে ভয়! এবাৰ কিন্তু জানো নাওখন হঠাতে কঁপি উঠিল, এচাৰ খাই মই বাইদেউৰ ডিঙিৰ পৰা উকৰি পৰিলোঁ। লগে লগে পানীত কিবা এটা যেন টুপুৰকৈ সৰি পৰিল; কি পৰিল? বাইদেউৰ কোলাত পুনৰ সোমাই দেখোঁ—তেওঁৰ ডিঙিৰ সোণৰ হাৰডাল দেখোন নাই। সেইডাল দেউতাই বাইদেউক বিয়াৰ সময়ত উপহাৰ দিছিল—পূৰা পাঁচশ টকা পৰিছিল। মই ভয়ে ভয়ে বাইদেউৰ চকুলৈ চালোঁ, কিন্তু কি আচৰিত—বাইদেৱে মাত্ৰ পানীৰ ফালে একেৰাহে চাই আছে, চকুত দুখৰ লেশমানো চিন নাই। বাইদেউজনী ইমান টান মনৰ!

পাৰ পাই নাৱৰপৰা নামিব খোজোঁতে বাইদেৱে আকৌ কলে—"সাৱধান, বৰ ঠিয় গৰা।"

লগে লগে তেওঁ মোক দাঙি পাৰত থিয় কৰাই দিলে। কিন্তু কি দুৰ্ঘটনা—নিজে গৰাটোত ভৰি দিওঁতেই বাইদেউজনী হামকুৰি খাই পিচলি পৰিল। বলোভদ্ৰ নথকা হ'লে বিপদেই। তথাপি ভৰিৰ সক গাঁঠিটোত ঘা লাগি তেজ বৈ আছিল। দিনটো আজি বৰ বেয়া—এনে এটা সহানুভূতিৰ ভাবেৰে মই বাইদেউৰ চকুলৈ চালোঁ, কিন্তু আচৰিত কথা—তেওঁৰ চকু দুটা দেখোন একেদৰেই আছে, তাত এক বিন্দুও পানী ওলোৱা নাই। বাইদেউজনী ইমান টান মনৰ!

—পাণ্ডু পাণ্ডু! যাব নেকি?

তিনিও হাত দাঙি দিলোঁ—ৰক্ষা, বাছখন ৰ'ল! প্ৰথমে বলোভদ্ৰ, তাৰ পাচত মই সোমাই গলোঁ। বাইদেৱে আকৌ কলে—"সাৱধান, বৰ ভিৰ!" তাৰ পাচত বাইদেৱে ভৰি দাঙিছেহে, কণ্ডাক্টৰে কৈ উঠিল—"আৰু নহ'ব।"

খেলি-মেলিৰ মাজত বাইদেউৰ অনুনয় কাণত পৰিল—"বৰ বিপদ! থিয় হৈ হলেও যাওঁ!" উত্তৰত কণ্ডাক্টৰে নিৰ্লিপ্তভাৱে বেলটো টিপি দি কলে—"যাবলৈ দিয়া।"

মই জাপ মাৰি নামি আহিলোঁ। বাইদেৱে সাৱটি ধৰিলে, তাৰ

পাচত মুৰটো মোহাৰি দিলে, তাৰ পাচত বাহুখনৰ ফালে চাই নিজৰ মনতে কলে—"নিষ্ঠুৰ!" আৰু কি আচৰিত—কোৱাৰ লগে লগে মাজ ৰাস্তাতে সৰু ছোৱালী এজনীৰ দৰে হুকুহুকুকৈ কান্দি উঠিল বাইদেউজনী!

ইমানবোৰৰ পাচতো এটোপা চকুপানী নোলাল, এই সামান্য কথাটোতে হুকুহুকুকৈ কান্দি দিলে—বাইদেউজনী ইমান ঢিলা মনৰ।



নাই, কোনোমতেই হৈ নুঠে। অথচ কাইলৈ বিহু আৰু পৰহিলৈ আমাৰ বিহুৰবীয়া থিয়েটাৰ।

দৃশ্যটোৰ শেষৰ পিনে নায়ক দীপক সৈন্যৰ সাজেৰে সীমান্তলৈ যাবলৈ ওলাইছে। দুই-এক বিদায় সম্ভাষণ জনাই প্ৰস্থান কৰিছে। দীপক যাবলৈ প্ৰস্তুত, তেনেতে মলিন মুখেৰে সোমাই আহিব বিনীতা। দীপকৰ মুখলৈ চাই বিনীতা ক্ষন্তেক নীৰৱে থাকিব, তাৰ পাচত জাপি অনা ফুলাম গামোচা এখন দি ক'ব—এইখন বিহুৱান নহয়, যুদ্ধৰ কবচ। আৰু মনত ৰাখিবা, তুমি যুদ্ধৰ পৰা ঘূৰি নহালৈকে মই অপেক্ষা কৰি থাকিম। যোৱা, মই ৰংমনে বিদায় দিছোঁ।

দীপকে ম্লানভাবে হাঁহি ক'ব—সময় হ'ল, মই যাওঁ বিনীতা। কৈয়েই দীপক ওলাই যাব।

বিনীতাই সেইফালে চাই থাকি নিজৰ মনতে আবেগেৰে কৈ উঠিব—দীপকদা!

নেপথ্যত পেঁপাৰ সুৰ উদাসভাবে বাজি উঠিব।

সিমানেই, কিন্তু সেয়েই হৈ উঠা নাই। বিনীতাৰ মনৰ আবেগখিনি বীণাজনীয়ে সমূলি ফুটাই তুলিব পৰা নাই। বিশেষকৈ 'দীপকদা' বুলি নিজৰ মনতে কোৱা কথাষাৰে দৰ্শকৰ সহানুভূতিৰ পৰিৱৰ্ত্তে হাঁহিহে তুলিব যেন লাগিছে। কিযে কৰোঁ!

নাটিকাখনৰ পৰিচালক মই নিজে। গতিকে তাত বীণাক ভুলিয়াই কেনেকৈ পাৰোঁ? বীণাই মোক কিমান ভাল পায়! নাটখন পঢ়ি শুনাওঁতে সেইদিনা তাই প্ৰায় জপিয়াই উঠিছিল, কৈছিল—"বিনীতাৰ ভাওটো মোক যদি নিদিয়ে দেখিব—আপোনাক আৰু নামাতো।"

বীণাৰ তেনে এটা অনুৰোধ বাৰু কেনেকৈ দলিয়াই পেলাওঁ? মই হাঁহি কৈছিলোঁ—"বেছ, তেন্তে বিনীতাৰ প্ৰেমিক দীপকৰ ভাওটো মই লওঁ—একেবাৰে মিলি যাব তেতিয়া।"

বীণা খিয়ঁৰি উঠিছিল—"নালাগে, নালাগে, তেতিয়া আমাৰ কথা গোটেইখনতে ফাটি ফুটি যাব। ভালপোৱা গুপুতেহে ৰাখিব লাগে।" এৰা, বীণাই ঠিকেই কৈছে। গতিকে দীপকৰ ভাওটো হাঁহিমুখে আন এজনক উছৰ্গা কৰি দিলোঁ।

কিন্তু বীণাৰ দ্বাৰা কোনোমতেই হৈ নুঠে। অথচ কাইলৈ বিহু আৰু পৰহিলৈ আমাৰ থিয়েটাৰ।

বীণাহঁতৰ ঘৰতে শেষ বাৰৰ বাবে ৰিহাৰ্ছেল চলিল। বীণাৰ গানৰ মাষ্টৰজনক পাই ভালেই লাগিল। তেওঁ হাৰ্মনিয়ামৰ পৰ্দা দুটা টিপি থাকিল—সেয়া যেন করুণ সুৰৰ পেঁপা। মই হাতত ধৰি শিকাই দিলোঁ—দীপক ওলাই যোৱাৰ পাচত বিনীতা কেনেকৈ এখোজ আগবাঢ়ি যাব, কেনেকৈ অজ্ঞাতসাৰে হাত এখন দাঙি দিব, তাৰ পাচত কেনেকৈ আবেগ সানি কৈ উঠিব—দীপকদা! তাৰ পাচত হাতখন কেনেকৈ লাহে লাহে নামি আহিব। বীণাই পাৰ্য্যমানে চেষ্টা কৰিলে, কিন্তু একোপধ্যে দীপকৰ প্ৰতি ভালপোৱাটো ফুটাই

তুলিব পৰা নাই। মই চকী এখনত হতাশভাৱে বহি পৰি কি বুজিবে দৃশ্যটো নিখুঁতকৈ দাঙি ধৰিব পাৰোঁ, চিন্তা কৰিলোঁ। এবাৰ বীণাই কলে—"গানৰ ছাব থাকিলে মই বিহাৰ্ছেল নকৰোঁ।"
কোৱাৰ লগে লগে মাষ্টৰজন উঠি গ'ল—বেয়াও লাগে, বেচেৰা! বীণাই সেইফালে মুখখন ভেঙুচাই কলে—"মাতটো ভগা ঢোল, ইপিনে আকৌ গান গায়!"

তাৰ পাচত মোৰ হাত এখনত ধৰি কৈ উঠিল—"আপোনাৰ মাতটো ইমান কোমল, গান নাগায় কিয়?"

মই হাঁহি কলোঁ—"তুমি মোক ভালপোৱা বাবে মোৰ সকলো কথাই সঁচাই-মিছাই ভালপোৱা।"

উত্তৰত বীণাই মোৰ চকুলৈ চাই থাকি আবেগেৰে কলে—"প্ৰদীপদা!"

কথাষাৰত মই চমক্ খাই উঠিলোঁ, বীণাৰ হাত এখন সাৱটি কলোঁ—"ঠিক, ঠিক এইটো সুৰত তুমি 'দীপকদা' বুলি যদি ক'ব পাৰিলাহেঁতেন! তুমি দীপকক মই বুলি ভাবিব পাৰিলেই হৈ যাব।"

বীণাই মোৰ টাইৰ নটটো পোনাই দি হাঁহি কলে—"দুজনক সমানে প্ৰেমিক জ্ঞান কৰিব পাৰি জানো?"

হেজাৰ-বিজাৰ দৰ্শকৰ আগত থিয়েটাৰ যেতিয়া শেষ হ'ল তেতিয়া বাতি ভালেখিনি। দৃশ্যটো সিমান মনঃপূত নহলেও কোনোমতে চলি গ'ল। মই এবাৰ বীণাৰ কাষচাপি কলোঁ—"ৰিহাৰ্ছেলতকৈ বহুত ভাল হৈছে।"

বীণাই ফুচফুচাই কলে—"দীপকক মই আপুনি বুলি কল্পনা কৰি লৈছিলোঁ নহয়। এবাৰ যে মুখৰপৰা প্ৰদীপদা বুলিয়েই ওলাই যাব খুজিছিল।"

মই হাঁহি কলোঁ—"উঃ ৰক্ষা! নামটো ওলাই যোৱা হলে!"

তাৰ পাচত বীণাই চকু দুটা মোহাৰি কলে—"আপোনাৰ যাওঁতে পলম হ'ব নেকি ? মোৰ ভীষণ ভাগৰ লাগিছে। গানৰ ছাবৰ লগতে আগবাঢ়োঁনে ?"

দেখিলে, মোৰ প্ৰতি কিমান শ্ৰদ্ধা ! গানৰ মাষ্টৰজনে ওচৰতে বহি থকাটো এখনত বেপি আছিল, মই লক্ষ্যই কৰা নাছিলোঁ। কলোঁ—"সেইটোও সুধিব লাগেনে ?"

সঁচা কথা ক'বলৈ গ'লে বীণাৰ অভিনয় বেয়া হৈছিল। কিন্তু বেয়া হোৱাটোৱে তাইক মোৰ কাষলৈ যেন আৰু টানিহে আনিলে। এৰা, ঠিকেই কৈছিল বীণাই—দুজনক সমানে প্ৰেমিক জ্ঞান কৰিব নোৱাৰি।

থিয়েটাৰৰ সকলো লেঠা মাৰি ঘৰ পাওঁতে ৰাতি তিনি বাজিল। দুৱাৰখন মেলি দেখোঁ—এখন চিঠি। খিড়িকীৰ ফাঁকেদি কোনোবাই দি গৈছে। কাৰ চিঠি, আখৰ দেখিয়েই বুজিলোঁ। নাই, বিহুৰ বাবে যিমান অনুনয় কৰিয়েই নামাতক, কাইলৈ কোনোমতেই যাব নোৱাৰিম বীণাহঁতৰ ঘৰলৈ।

তথাপি চিঠিখন খুলিলোঁ। সঁচা, বীণাৰেই চিঠি। কিন্তু এইখন আকৌ কি চিঠি !!

প্ৰদীপদা, আপুনি এই চিঠিখন পায়হি মানে গানৰ ছাৰ আৰু মই বহু দূৰ পামগৈ। কেনি ওলাইছোঁ, ক'ব নোৱাৰোঁ। দেউতা-মাক ক্ষমা খুজিবলৈ ভাষা নাই। আপোনাৰ যোগেদিয়েই আশীৰ্বাদ ভিক্ষা কৰিছোঁ -আমাৰ দুয়োৰে জীৱন যেন সুখৰ হয় !—বীণা।

মই স্তম্ভিত হৈ চকী এখনত বহি পৰিলোঁ। বাস্তৱ মঞ্চত আমাৰ অভিনয়বোৰ কিমান নিখুঁত !



এইবাৰো নহ'লগৈ। বাগানৰ কেৰাণীজনে স্পষ্টকৈ জনাই দিলে —অঞ্জনাক তেওঁ সমূলি ভাল দেখা নাই, বিয়াখন হোৱা অসম্ভৱ! অথচ যোৱা ছমাহে অঞ্জনাৰ দেউতাক যোগানন্দ পেচকাৰে ডাক-টিকত আৰু বাচ-ৰেলৰ বাবত যিমানখিনি খৰচ কৰিলে তাৰে সৰু সুৰা বিয়া এখনেই হ'লগৈহেঁতেন কিজানি।

ইয়াৰ আগৰবাৰ আহিছিল এজন ঠিকাদাৰ। তাৰ আগতে এজন মাষ্টৰ। মাষ্টৰৰ পূৰ্বে ডিচ্‌পেনচাৰিৰ এজন কম্পাউণ্ডাৰ। কিন্তু সকলোৰে মুখত একেষাৰ কথা—অঞ্জনাক পচন্দ নহয়।

এৰা, পচন্দ নহ'বই। যিহে গাৰ ৰং। চকু দুটা সৰু, চেলাউৰীযোৰ ডাঙৰ। পঢ়া-শুনাও সিমান নহ'ল। গান অৱশ্যে গায়, কিন্তু নাগালেই যেন ভাল। হয়তো, কোনেনো বাৰু পচন্দ কৰিব তেনে এজনী ছোৱালী! বেয়াও লাগে।

মোৰ বেয়া লগাটো অৱশ্যে বিলাসী ভাব-প্ৰৱণতা মাত্ৰ। কাৰণ অঞ্জনাক মোলৈ যাচিলে ময়ো সেই একে উত্তৰেই দিম। মোৰ বেয়া লগাৰ কাৰণ অঞ্জনাক মোলৈ কেতিয়াও নাযাচে—কেতিয়াও! সেইটো কল্পনা কৰিব নোৱৰা কথা। অঞ্জনা আৰু আমাৰ ঘৰৰ মাজত আকাশ-পতাল পাৰ্থক্য। মই ধনী দেউতাৰ একমাত্ৰ পুত্ৰ। বিদেশী বিশ্ববিদ্যালয়ৰ উচ্চ ডিগ্ৰী আছে। আৰু ৰূপ? থাওক, পুৰুষৰ ৰূপৰ বৰ্ণনা নিষ্প্ৰয়োজন।

অঞ্জনা প্ৰায়ে আমাৰ ঘৰলৈ আহে! কেতিয়াবা মোৰ মটৰ-খনত উঠি ফুৰিবলৈ যায়, কেতিয়াবা আকৌ মোৰ লেবৰেটৰীটোত সোমাই ইটো-সিটো প্ৰশ্ন কৰে। বেচেৰীয়ে ইয়াৰ মাজতে যেন কিবা এটা সান্ত্বনাৰ উৎস বিচাৰি পাইছে।

এদিন লেবৰেটৰীত সোমাই প্ৰব্লেম এটাত লাগি আছো। অঞ্জনা কিমান সময় পিচফালে থিয় দি আছিলহি ক'ব নোৱাৰোঁ, প্ৰশ্নটো শুনি উচপ খাই উঠিলোঁ! বিহৰ লেবেল মৰা আৰ্চেনিক

আৰু এচিডৰ বটল দুটালৈ আঙুলিয়াই তাই হঠাতে সুধিলে—"ইয়াৰ ভিতৰত কোনটো খালে মানুহ আগতে মৰে বাৰু ?"

মই ৰসিকতা কৰা বুলি অঞ্জনাৰ চকুলৈ চালোঁ, কিন্তু নহয়, তাই ৰসিকতা কৰা নাই, গহীন হৈয়েই সুধিছে প্ৰশ্নটো। মই কাষচাপি গলোঁ, তাৰ পাচত অঞ্জনাৰ বাহু দুটাত চেপি ধৰি চিয়ঁৰি উঠিলোঁ—"অঞ্জু !"

উত্তৰত অঞ্জনাই চকু দুটা জোৰেৰে জপাই ধৰিলে, যেন মনৰ উথলি উঠা আবেগটো চকুৰ পতা দুটাৰে হেঁচি ধৰিব পাৰি। কিন্তু হেঁচি ৰাখিব নোৱৰা বস্তু এটা ওলাই আহিছে—দুধাৰ চকুপানী।

অন্তৰৰ তলীৰপৰা বহুত বেদনা লৈ যেন নিগৰি ওলাই আহিছে চকুপানী দুধাৰ। কিবা এটা গভীৰ অনুকম্পাত মোৰ মনটো সেমেকি গ'ল। মই অঞ্জনাক বাহু দুটাত ধৰি কাষচপাই আনিলোঁ; তাৰ পাচত চকুপানী দুধাৰ মচি দি কলোঁ—"তোমাক দেখিলে মোৰ ইমান দুখ লাগে ! কোৱা—মই কি কৰিব পাৰোঁ।"

অঞ্জনাই এইবাৰ চকু দুটা মেলিলে, তাৰ পাচত নিজকে সংযত কৰি ল'লে। কিয় জানো—মনটো হঠাতে ডাঠ হৈ উঠিল। আগ-পিচ নাভাবি কৈ দিলোঁ—"তোমালৈ মোৰ সঁচাকৈয়ে বেয়া লাগে। নাই, মই কাৰো বাধা নামানো—তোমাক ময়ে বিয়া কৰাই থ'ম।"

কথাষাৰ উচ্চাৰণ কৰি গৰ্বেৰে এবাৰ অঞ্জনাৰ চকুলৈ চলোঁ—অঞ্জনাৰ চকুত হয়তো এতিয়া হাঁহি ফুটি উঠিব। হয়তো মোৰ ভৰি দুটা সাৱটি কৈ উঠিব বেচেৰীয়ে—আপুনি ইমান মহৎ ! কিন্তু কি আচৰিত—কথাষাৰ উচ্চাৰণ কৰাৰ লগে লগে অঞ্জনাই মোলৈ এবাৰ তীক্ষ্ণ দৃষ্টিৰে চালে, তাৰ পাচত স্পষ্ট কণ্ঠেৰে কৈ উঠিল "পুতৌ—অসম্ভৱ !"



শ্ৰীমতীয়ে মাকৰ ঘৰৰ পৰা লিখিছে—নেপূৰটো হেনো দিনে দিনে বৰ দুষ্ট হৈ পৰিছে। হৰলিক্স-বাৰ্লি খুৱালে কান্দি মৰিব খোজে—মাটিত এৰি দিব লাগে। আৰু এৰি দিলেই অভক্ষ্য কেচু-কুমতি সকলো মুখত ভৰায়। কাছাৰীলৈ যোৱাৰ আগতে সদায় ককাকৰ কোলাত উঠিব আৰু উঠিয়েই কৰে কি—কাছাৰীলৈ যোৱা সাজটোতে দিয়ে পেচাব কৰি—ইমান দুষ্ট!

সাধাৰণ কথা—ছমহীয়া কেচুৱা এটাই সেইবোৰকে নকৰিনো আৰু কি কৰিব? একো ডাঙৰ কথা নহয়। ডাঙৰ কথা অৱশ্যে চিঠিখনত এটা আছিল—শ্ৰীমতী দুই-এদিনতে পাবহি হেনো! ‘আজি ইমান দিনৰ মূৰত যাবলৈ ওলাইছোঁ, খবৰটোৱে নিশ্চয় আপোনাক আনন্দ দিব।’ শ্ৰীমতীয়ে শেষত লিখিছে।

এৰা, আনন্দ লগাৰে কথা। কিন্তু পেটে পেটে চিন্তাও হ’ল। আজি ইমান দিনে শান্তিত আছিলোঁ, মন গলেই শুইছিলোঁ আৰু তাচ খেলিছিলোঁ। নেপূৰে আহি বা কি খেল দেখুৱায়! আৰু দিনদিয়েক থাকা, ইয়াত গৰম পৰিছে, নেপূৰে দুখ পাব—এইবুলি চিঠি এখনকে লিখি দিওঁ নেকি?

কিন্তু লিখিম বুলি ভাবি থাকোঁতেই নেপূৰ ওলালহি। আহিয়েই সকলো নতুন আৰু অচিন যেন দেখি প্ৰথম কৰ্ত্তব্য হিচাপে এজোলোকা কান্দিলে অৰ্থাৎ চিঞৰিলে। তাৰ পাচত এচুকত সজাই থোৱা তাচযোৰা পাত পাত কৰিলে—যেন তাচ খেলাটো এটা ডাঙৰ দোষ। শ্ৰীমতীয়ে আমোদ পাই ক’লে—চাওকচোন চাওক, চকু

ছুটা ইমান ধুনীয়া ! আৰু যি বল ! হাতৰ মুঠিটো একন্নাৰ নোন্নাৰি ।
মই কথাটোত সিমান গুৰুত্ব নিদি তাৰ হাতৰপৰা তাচপাতবোৰ একন্নাই আনি এঠাইত জুকিয়াই ৰাখিলোঁ। নেপুৰে মোৰ চকুলৈ আচৰিত হৈ চালে—এই সংসাৰত তাৰ ওপৰতো ডেস্তে একন আছে ! তাৰ পাচত হঠাৎ সমুলি পূৰ্বাভাস নিদিয়াকৈ কান্দি উঠিল । আৰু সেইটো কি কান্দোন !

শ্ৰীমতীয়ে কোলালৈ নি কোনোমতে নিচুকাই নিচুকাই কলে—নিজৰ ল'ৰাটোতকৈ তাচযোৰহে ডাঙৰ হ'ল । এনে আচৰিত মানুহ দেখা নাই !

মই কলোঁ—তুমিযে ল'ৰা ইমান বন্দুৰা কৰি তুলিছা, কেনেকৈ জানিম ?

শ্ৰীমতীয়ে কলে—আজি ছমাহে যি কষ্ট ভুগিলেঁ', আপুনি জাঁনো চাবলৈ গৈছে ?

মই জ্ঞানীৰ দৰে ৰায় দিলোঁ—মোৰ বোধেৰে নেপুৰ ডাঙৰ হয় মানে তুমি আৰু কেইমাহমান তাতে থাকি আহিব লাগিছিল ।

কথাষাৰত শ্ৰীমতী দাং খাই উঠিল—কেইমাহ মান কিয়—তাতে একেবাৰে থাকি যাব লাগিছিল বুলি নকয় কিয় ? এৰা, আপুনি সেইটোকে বিচাৰে !

মই পৰিস্থিতিটো লাঘৱ কৰিবলৈ নেপুৰক কোলাত সাৱটি ললোঁ, ৰুমালখনেৰে চকু আৰু ওঁঠ ছুটা মচি দিলোঁ, তাৰ পাচত তাক শূন্যত জোকাৰি জোকাৰি কলোঁ—নাকান্দে, আমাৰ নেপুৰে আৰু নাকান্দে ।

ধেমালিটো নেপুৰে সিমান ভাল নাপালে হ'বলা, সি আমাৰ ছুইবো মুখলৈ এবাৰ চালে, তাৰ পাচত নতুনকৈ কেঁকুৰি উঠিল—যেন এইখন ঘৰলৈ সি কিবা এটা ভুল কৰিহে আহিলে । নেপুৰৰ কান্দোনত শ্ৰীমতীৰ খংটো ছগুণ চৰি গ'ল । খণ্ডতে একো নেকোৱাকৈ তেওঁ তাক মোৰ কোলাৰপৰা একপ্ৰকাৰ টানি নিয়াৰ দৰে লৈ গৈ সিটো

কোঠাৰ বিছনাখনত ঠেকেচা মাৰি বহুৱাই দিলে। তাৰ পাচত তেওঁ তাৰ চকুলৈ এনে এটা বিদ্রূপৰ দৃষ্টিৰে চালে যেন সেইটো তেওঁৰ ল'ৰা নহয়, বাটৰ পৰা বুটলি অনা কোনোবাৰহে।

এই দৃশ্য অকল আজিৰ নহয়, সদায় ঘটি থাকিব—মই নিজৰ মনতে এবাৰ ভাবিলোঁ। কি কৰা যায়!

তেনেতে বাহিৰত মটৰৰ হৰ্ণ। খিড়িকীয়েদি ভুমুকিয়াই চাই দেখোঁ সুবর্ণ পেহী। পেহী নহয় যেন ঈশ্বৰৰ দূত সুবর্ণ পেহী সৰুতে বিধৱা হৈছিল, ল'ৰা-ছোৱালী নাথাকিল। ঘৰ-সংসাৰো নাই। আজি দদাইদেউৰ ঘৰত, কাইলে মোমাইদেউৰ ঘৰত দিন অতিবাহিত কৰি পঞ্চাচৰ দেওনা পাৰ হৈছে।

মই শ্রীমতীৰ কাষচাপি উৎসাহেৰে কলোঁ—সুবর্ণ পেহী আহিছে, সুবর্ণ পেহী!

শ্রীমতীয়ে মুখখন ঘূৰাই উত্তৰ দিলে—আহিছে আহক। চাহৰ বাবে কিন্তু গাখীৰ নাই।

মই হাঁহি কলোঁ—শুনা! পেহীক কেইমাহমান ইয়াতে থাকিবলৈ কোৱা যাওক। তেতিয়া নেপুৰলৈ আৰু কোনো চিন্তা নাই, দিনটো তেওঁৰ লগতে থাকিব। কেনে দেখা বাৰু?

শ্রীমতীৰ চকু দুটা উজ্জল হৈ উঠিল, কাষচাপি কলে—আপুনি বহিবলৈ দিয়কগৈ। মই চাহ পঠাই দিছোঁ।

সুবর্ণ পেহী বহিল। দেখিলোঁ—অভাৱ আৰু কষ্টত তেওঁৰ মুখখন আৰু ক্ষীণাই গৈছে। দুর্বল চকু দুটাই যেন ক'ব খুজিছে—মোক দুদিন থাকি যাবলৈ কোৱা। পেহীয়ে কলে—ল'ৰাটো চাই যাবলৈ সোমালোঁ।

মই মিছাকৈয়ে কলোঁ—পেহীদেউৰ স্বাস্থ্য এইবাৰ ভাল দেখিছোঁ। ভাল হ'বই—দদাইদেউহঁতৰ ঘৰত যিহে ঘিউ-মৌৰ উজান।

পেহীদেৱে উত্তৰ দিলে—তাৰপৰা অহা দেখোন ছমাহ হ'ল।

মই কথাষাৰ শুশুনাৰ দৰে কৈ গলোঁ—এৰা, দদাইদেউ-মোমাই-দেউহঁতৰবোৰহে ঘৰ, আমাৰ জানো এইখন ঘৰ!

পেহীদেৱে কিবা এটা ক'ব খুজিছিল, কোৱা নহ'ল। শ্ৰীমতী সোমাই আহিল, কোলাত নেপুৰ।

নেপুৰক দেখি পেহীদেউ বহাৰ পৰা থিয় হ'ল, চকু দুটা উজ্বল হৈ উঠিল, তাৰ পাচত কলে—বৰ ধুনীয়াটো হৈছে—দেখিলেই ভোক-পিয়াহ হৰে।

তাৰ পাচত শ্ৰীমতীৰ কাণে কাণে কলে—বহুত ভাগ্যৰ মূৰতহে সন্তানৰ মাক হ'বলৈ পায়—আমাৰ সেইফেৰা ভাগ্য নহ'ল।

শ্ৰীমতীয়ে উত্তৰ দিলে—কিন্তু এনে ল'ৰাৰ মাক হোৱাতকৈ নোহোৱাই ভাল বুজিছেনে! উঃ! এক মুহূৰ্ত্ত যদি শান্তি পালোহেঁতেন!

পেহীদেৱে কথাষাৰ শুশুনাৰ দৰে কলে—সাইলাখ কাৰ্ত্তিক। কি নাম থৈছাহঁক? চাওঁ—আহাচোন মোৰ সোণটো।

কোৱাৰ লগে লগে তেওঁ শুকান হাত দুখন আগবঢ়াই দিলে। কিন্তু কি আচৰিত—নেপুৰে পেহীদেউৰ ফালে এবাৰ চাই মুখখন তৎক্ষণাত ঘূৰাই নিলে আৰু তেওঁৰ হাতত যেন জুই একুৰাহে আছে, এনে এটা ভয়েৰে সি শ্ৰীমতীৰ ডিঙিত সাৱটি ধৰিলে। পেহীদেৱে কোমলকৈ হাত এখনত ধৰি আকৌ মাতিলে—আহিব মোৰ সোণটো!

এইবাৰ নেপুৰ হাতত গৰম লোহা এডোখৰ লগাই দিয়াৰ দৰে হঠাৎ কান্দি উঠিল আৰু ভিতৰলৈ যাবলৈ হাত দুখন দাঙি দাঙি প্ৰাণপণে চেষ্টা চলালে। উপায় নাপাই শ্ৰীমতী সোমাই গ'ল আৰু আচৰিত হৈ ময়ো পাচ ললোঁ।

ভিতৰত দেখিলোঁ শ্ৰীমতীৰ খং উঠা নাই, বৰং নেপুৰক

নিবিড়ভাৱে সাৱটি লৈ নিজৰ মনতে কৈছে—নালাগে, আমাৰ নেপূৰ কাৰো কোলালৈ যাব নালাগে। মোৰ বুকুতে সোমাই থাকিব।

মই একো ক'ব নোৱাৰি নেপূৰৰ গালতে গালখন লগাই দি তাৰ কোমলতাখিনি অনুভৱ কৰিলোঁ।

—উমা!

বাহিৰত সুবৰ্ণ পেহীৰ মাত।

ওলাই আহি দেখোঁ—পেহী যাবলৈ থিয় হৈছে। তেওঁৰ চকু দুটা দেখোন পানীৰে উপচি পৰিছে।



হঠাৎ এদিন মাজ ৰাতি বৰষুণত তিতি-বুৰি এজনী অচিন, সম্পূৰ্ণ অচিন এজনী গাভৰুৱে আপোনাক যদি কয়হি—হওক ৰাতি, মোৰ এই কাহিনীটো আপুনি শুনিবই লাগিব, তেতিয়া আপুনি তাইক বাৰু কি বুলি ভাবিব? বলিয়া?

এৰা, কৰবীক প্ৰথমে ময়ো বলিয়া বুলি ভাবিছিলোঁ আৰু ক'ব খুজিছিলোঁ—আপনি এতিয়া যাওক। কিন্তু ক'ব নোৱাৰিলোঁ। দুচকুত দুকুৰা জুই লৈ কৰবীয়ে যেতিয়া কাহিনীটো আৰম্ভ কৰিলে, মই অবাক হৈ মাত্ৰ শুনি গলোঁ।

কাহিনীটো শেষ কৰি কৰবীয়ে কলে—মোৰ এই কাহিনীৰে আপুনি এটা গল্প লিখিব পাৰিব, কিন্তু তাৰ আগতে কওঁক—কিয়, কিয় সেই ধ্ৰুৱজ্যোতিয়ে তেনে কৰিলে! কিয় তেওঁ ইমান দুৰ্বল?

মই ভাবি চিন্তি পিচদিনা পুৱা তাৰ কিবা এটা উত্তৰ দিম বুলি কৰবীক বিদায় দিছিলোঁ।

কৰবী যোৱাৰ পাচত বিছনাত দীঘল দি মই কৰবীৰ কথাই ভাবিবলৈ ধৰিলোঁ। এৰা, কাহিনীটো সজাই উলিয়ালে সঁচাকৈয়ে এটা গল্প হয়। ধৰা যাওক, কৰবীহঁতৰ ঘৰৰ কাষতে ধ্ৰুবজ্যোতিয়ে এটা ঘৰ লৈছেহি—ভাড়া ঘৰ। প্ৰকৃততে ধ্ৰুবজ্যোতিৰ একো গুণ নাই। গল্পৰ ধ্ৰুবজ্যোতি হওক এজন গায়ক—ভাল গায়কেই। চুবুৰীতে এখন মৌ-মেল পাতি দুইকে চিনাকি কৰি দিওঁ। তাৰ পাচত কৰবীক গান শিকাবলৈ যাওক ধ্ৰুবজ্যোতি। এই দৰে দিন যায়। তাৰ পাচত দয়োৰে ঘনিষ্ঠতা আৰু ভালপোৱা জন্মক। অ'—পূৰ্বতে কৰবীৰ দেউতাকৰ চিনাকি দি অহা ভাল হ'ব। এজন কঠোৰ মনৰ চৰকাৰী বিষয়া। কৰবীৰ লগত ধ্ৰুবজ্যোতিৰ সিমান লেন-দেন পচন্দ নকৰা দেখুৱাবলৈ দুই-এটা সৰু-সুৰা ঘটনা যোগ দিব লাগিব। তাৰ পিচত এদিন সেই ঘটনাৰ উৎকৰ্ষ হওক এটা দৃশ্য—ধ্ৰুবজ্যোতিয়ে গান শিকাবলৈ আহি কৰবীৰ খোপাত এপাহ গোলাপ ফুল গুজি দিছে আৰু লগে লগে নেপথ্যত কৰবীৰ দেউতাকৰ ক্ৰোধমূৰ্ত্তি। ক্ষন্তেক থিয় দি দেউতাকে কঠোৰভাবে ক'ব—কৰবীক আৰু গান শিকাব নালাগে, হৈ গৈছে। ধ্ৰুবজ্যোতি ভীষণ লাজ পাই তলমূৰকৈ ওলাই যাব।

তাৰ পাচত ধ্ৰুবজ্যোতি নিৰুদ্দেশ।

কৰবীয়ে চকুপানী টুকি অপেক্ষা কৰিব, কিন্তু সেই চকুপানীয়ে দেউতাকৰ অন্তৰ গলাব নোৱাৰে। দিনবোৰ বাগৰি যাব।

এদিন হঠাৎ জীপ এখনত উঠি ধ্ৰুবজ্যোতি ওলাবহি—গায়ক নহয়, এইবাৰ পুলিচ অফিচাৰ, হাতত পিস্তল। কৰবীৰ দেউতাকে ভুমুকিয়াই চাই কিবা এটা ভাবিব আৰু কৰবীৰ চকু দুটা উজ্জ্বল হৈ উঠিব।

এইবাৰ গল্পৰ শেষ দৃশ্য। ধ্ৰুৱজ্যোতিয়ে কামৰপৰা আহি ফুলনিত ভ্ৰমণ দিছে। গোলাপ এজোপাৰ কাষত থিয় দি তেওঁ গোলাপ এপাহ ছিঙি আনি কিবা এটা ভাবিব। যেন চকুত ভাঁহি উঠিছে দৃশ্যটো—কৰবীৰ খোপাত ফুলপাহ গুজি দিয়া সেই দৃশ্যটো। সকলৈ হুমুনিয়াহ এটা ওলাই আহিব। তেনেতে খিলখিলকৈ এটা হাঁহি। কৰবীৰ হাঁহি। পিচফালে বৈ দৃশ্যটো লক্ষ্য কৰি থাকিব কৰবীয়ে।

কৰবীয়ে গোলাপ ফুলপাহ ধ্ৰুৱজ্যোতিৰ পৰা লৈ তেওঁৰ কোটৰ বুটামত পিন্ধাই দি ক'ব—সাংঘাতিক এটা ভাল খবৰ।

ধ্ৰুৱজ্যোতিয়ে চকু দুটা ডাঙৰকৈ মেলি সুধিব—কি খবৰ? তোমাৰ বিয়া?

কৰবীয়ে ক'ব—ওঁ, কিন্তু কাৰ লগত সুসুধিলে কিয়?

তাৰ পাচত হাঁহি হাঁহি কৈ উঠিব—আচৰিত নহ'ব, দেউতাই শেষত সম্মতি দি দিলে।

কৰবী! ধ্ৰুৱজ্যোতি এখোজ পিচুৱাই যাব—কিন্তু তোমাৰ দেউতাৰাৰ যে সমূলি ইচ্ছা নাছিল!

কৰবীয়ে কৈ যাব—ইচ্ছা নাছিল, কিন্তু এইবাৰ মান্তি হ'বলৈ বাধ্য!

কৰবী! ধ্ৰুৱজ্যোতিয়ে উল্লাসেৰে চিয়ঁৰি উঠিব। কৰবীয়ে হাঁহি ক'ব—মাই কি বুলি বুজালে জানে? বুজালে—পুলিচত চাকৰি কৰে, ভীষণ ক্ষমতা ধ্ৰুৱজ্যোতিৰ।

তাৰ পাচত? ধ্ৰুৱজ্যোতিৰ মাতত আনন্দৰ কঁপনি।

দেউতাই শেষত মুৰ দুপিয়াই যি বুলিছে বাৰু দিলে, শুনি হাঁহি হাঁহি মৰিব। কলে—এৰা, আমি যদি আন এঠাইত বন্দবস্ত কৰোঁ, বিপদ আছে। পুলিচত কাম কৰা মানুহ—ভয় লাগে!

মোলৈ ভয় লাগে? কথাষাৰ নিজৰ মনতে আওৰাই ধ্ৰুৱজ্যোতি

হঠাৎ ক'লা পৰি যাব। তাৰ পাচত কৰবীৰ হাত এখনত ধৰি প্ৰায় উচুপি উঠিব আৰু সঁচাকৈয়ে কিবা এটালৈ ভয় লগাৰ দৰে ধ্ৰুবজ্যোতি ভিতৰলৈ দৌৰ মাৰি সোমাই যাব। যাওঁতে কৈ যাব— মোক ক্ষমা কৰা কৰবী, ক্ষমা কৰা।

কিন্তু ধ্ৰুবজ্যোতিয়ে কিয় তেনে কৰিলে, এই প্ৰশ্নৰ উত্তৰ বিচাৰি পিচদিনা কৰবী নাহিল। তাৰ পাচদিনাও নাহিল। নাহিলেই আৰু কৰবী।



ঘটনাটো ঘটিছিল এদিন দেওবাৰে। পুৱা। মহীধৰক ঘৰৰপৰা উলিয়াই লৈ আহোঁতে হঠাতে কাণ্ডটো কৰি পেলাইছিল তাৰ ঘৈণীয়েকজনীয়ে।

মহীধৰ বৰকেৰাণীৰ ঘৰলৈ দেওবাৰে পুৱা মই সদায় যাওঁ। যাওঁ— কাৰণ কেৰাণী হলেও আৰু মোৰ তলতীয়া কৰ্মচাৰী হলেও মহীধৰ দত্ত মোৰ বাল্যবন্ধু, সহপাঠী। সকলতে আমি একেলগে ফুৰিছিলোঁ, একেলগে খেলিছিলোঁ। কিন্তু ঘটনাচক্ৰত মই হলোঁ চাহ বাগানৰ এচিষ্টেণ্ট মেনেজাৰ আৰু সি হ'ল মোৰে তলতীয়া বৰকেৰাণী।

কেনেকৈ আৰু কিয় যে চাই থাকোঁতেই মহীধৰৰ ঘৈণীয়েকজনীয়ে কাণ্ডটো কৰি পেলাইছিল সেইদিনা!

দেওবাৰে পুৱা মই যাম বুলিয়েই নেকি মহীধৰৰ ঘৈণীয়েকে বহা চ'ৰাঘৰটো সজাই ৰাখে। সজাবলৈ অৱশ্যে একো নাই, মেজখনত এখন নতুন কাপোৰ আৰু ফুলদানীটোত কেইপাহমান নতুন ফুল।

ঘটনাটো ঘটিছিল মহীধৰক উলিয়াই লৈ পদূলিমুখত ৰৈ থকা

মোৰ গাড়ীখনৰ ফালে আগবাঢ়ি যাওঁতে। আমি দূৰৰ নৈ এখনত ৰবণী বাবলৈ যোৱাৰ প্ৰগ্ৰেম কৰিছিলোঁ।

বেছ সুস্থই আছিল মানুহজনী। লক্ষ্য কৰিছিলোঁ।—আমি ওলাই আহোঁতে তেওঁ খিড়িকীৰ পৰ্দাৰ আঁৰেদি এবাৰ ভুমুকিয়াই চাইছিল। চকু দুটাত যেন উলাহৰ জিলিকনি—কেৰাণী হলেও তেওঁৰ স্বামী এচিষ্টেণ্ট মেনেজাৰৰ লগতহে ফুৰিবলৈ যায়—এনে এটা গৰ্ব মিহলি আনন্দ লক্ষ্য কৰিছিলোঁ। তেওঁৰ চকু দুটাত।

তাৰ পাচতে ঘটিল কাণ্ডটো।

মহীধৰৰ পাঁচ বছৰীয়া ল'ৰাটো ওচৰৰে সৰু কেৰাণীৰ ঘৰলৈ ওলাই গৈছিল। মই যোৱা উপলক্ষেই হ'বলা তাৰ গাত এটা সুন্দৰ ডিজাইনৰ দামী সাজ। ট্ৰাইচাইকেলখনত উঠি উঠি ল'ৰাটো সৰু কেৰাণীৰ ঘৰ পাইছিলগৈ।

ৰঞ্জা!

আমাৰ গাড়ীখনলৈ আহি থকা মহীধৰৰ ঘৈণীয়েকৰ চকুহাল হঠাতে বৈ গ'ল সৰু কেৰাণীৰ ঘৰত উমলি থকা ৰঞ্জাৰ ওপৰত আৰু লগে লগে কি এটা খং উঠি গ'ল মানুহজনীৰ!

ৰঞ্জা!—কৰ্কশভাবে মাতিলে ঘৈণীয়েকে। ৰঞ্জা খেলত মগ্ন। চাইকেলখন চলাই সি সৰু কেৰাণীৰ সমনীয়া ছোৱালীজনীক খেদি গৈ আছে।

ৰঞ্জা!

ৰঞ্জাই শুনা নাছিল। তাৰ নুশুনাটো ইমান ডাঙৰ দোষ হ'ল যে মহীধৰৰ ঘৈণীয়েক জপৰা মুৰটোৰেই ওলাই আহিল, তাৰ পাচত ক্ৰেওৰা এডাল উঘালি লৈ তাৰ পিনে চোঁচা ল'লে।

লক্ষ্য কৰিলোঁ।—মানুহজনী একে চোঁচাই সৰু কেৰাণীৰ ঘৰ পালেগৈ, তাৰ পাচত কৰিলে কি—ল'ৰাটোক নমাই চাইকেলখন হাতত তুলি সমুখৰ খালটোত দলি মাৰি দিলে। ৰঞ্জাই নেকান্দিলে

আৰু নকপ্পাটো যেন তাঙৰ দোষ হ'ল—তেওঁ হাতৰ জেওৰাভালেৰে ল'ৰাটোক উধাই-মুধাই কোবাবলৈ ধৰিলে—আহিবিনে? আজিৰ পৰা আহিবিনে?

কি হ'ল মানুহজনীৰ হঠাৎ!



তানপুৰাখনত আঙুলি বুলাই মনতে চিন্তা কৰিছোঁ—কোনটো গান গোৱা যায়। ইমানবোৰ গান মনলৈ আহিছে, কিন্তু কোনটো গাওঁ?

সেইযে 'যমুনাকি তীৰ'—সেইটো গাওক না! একেবাৰে সমুখত বহা ছোৱালীজনীয়ে কৈ উঠিল।

ছোৱালীজনীলৈ এবাৰ চালোঁ—ইমান সময় মনেই কৰা নাছিলোঁ। চিনো চিনো যেন লাগিছে—ক'ত যেন দেখা পাইছিলোঁ! অ'—মনত পৰিছে। ইয়াৰ আগতে হোৱা গানৰ মজলিচ এখনলৈ আহিছিল ছোৱালীজনী। মনত পৰিছে—এই ছোৱালীজনীয়ে সেইদিনা গানটো ইমান ভাল পাইছিল যে চকু দুটা চলচলীয়া হৈ উঠিছিল। চলচলীয়া চকুৰে মোৰ কাষচাপি তাই কৈ উঠিছিল—ইমান ভাল লাগে এই গানটো! গাওক না আৰু এবাৰ—প্লিজ! মনত পৰিছে—মই তাইৰ থুতৰিত ধৰি মাত্ৰ হাঁহি দিছিলোঁ—ৰহস্য ভৰা এটা হাঁহি, তাৰ পাচত এনেয়ে নামটো সুধিছিলোঁ। কিবা এটা কৈছিল নামটো—নিৰলা নে সৰলা।

গাওক না সেই গানটো!—ছোৱালীজনীয়ে আকৌ কৈ উঠিল।

এৰা, বেয়া নহয় গানটো। সময়টোও মিলিছে। গভিকে

তানপুৰাখনত আঙুলি বুলাই চকু ছুটা মুদি সুৰটো নিজৰ মনতে এবাৰ আওৰালোঁ, ডিঙিটো পৰিষ্কাৰ কৰি ললোঁ, তবলা-বাদকক লয়টো দেখুৱাই দিলোঁ, তাৰ পাচত আৰম্ভ কৰিলোঁ—'যমুনাকি তীৰ।'

তীৰ শব্দটো গাওঁতে চকু মুদি স্বৰটো তাৰাৰ 'সা'ৰ লগত 'নি' স্পৰ্শ কৰি কঁপাই দিলোঁ—গোটেই কোঠাটো কাঁহ পৰি ক্ষীণ যোৱাৰ দৰে হৈ পৰিছে। এবাৰ চকু মেলি ছোৱালীজনীলৈ চালোঁ—কেনে প্ৰতিক্ৰিয়া হৈছে। কিন্তু আচৰিত—ছোৱালীজনী দেখোন হঠাৎ যাবলৈ প্ৰস্তুত হৈছে! কিয়? মই গানটো গাই নিজৰ মনতে ভাবিবলৈ বাধ্য হলোঁ—আজি গানটো সিদিনাৰ দৰে খাপ খোৱা নাই নে কি? নে ছোৱালীজনীয়ে এনেয়ে চখতে অনুৰোধ কৰিছিল? তাৰ পাচত কি আচৰিত—ছোৱালীজনী সঁচাকৈয়ে যাবলৈ থিয় হ'ল, তাৰ পাচত এখুজি-ছুখুজিকৈ কোঠাটোৰপৰা ওলাই কেনিবা অন্তৰ্দ্ধান হৈ পৰিল।

কি হৈছে ছোৱালীজনীৰ—হঠাৎ কিবা অসুখ?

মোৰ আৰু গোৱা নহ'ল। তানপুৰাখন থৈ থিয় হলোঁ, তাৰ পাচত ছোৱালীজনীৰ অনুসন্ধানত আগবাঢ়ি ওলাই গলোঁ।

কি আচৰিত কথা—ছোৱালীজনী দেখোন ছুৱাৰৰ চুকত লুকাই আছে। আৰু কৰিছে কি—আঙুলি ছুটাৰে কাণ ছুখনত সোপা মাৰি ধৰিছে। মই একো বুজিব নোৱাৰি সুধিলোঁ—কি হৈছে?

তাই লাজত তলমুৰ কৰিলে। তাৰ পাচত চকু ছুটা চলচলীয়া কৰি মোৰ হাত এখনত ধৰি কাবৌ কৰাৰ দৰে কৈ উঠিল—নাগাব—সেইটো গান নাগাব!

কিয়? বেয়া শুনা?

নাগাব—মোৰ অনুৰোধ। ইমান সুন্দৰ সেই গানটো!

যদি সুন্দৰেই—?

উত্তৰত ছোৱালীজনীয়ে চকু ছুটা মুদি দিলে, যেন কিবা এটাই বুকুত খুন্দা মাৰি দিছে। তাৰ পাচত কৈ উঠিল—উঃ! ইমান সুন্দৰ!

মই একো বুজিব নোৱাৰি ছোৱালীজনীৰ মুখলৈ মাত্ৰ ৰ লাগি চাই থাকিলোঁ।



সেয়া আজিও। গিলাচ নে কাপ এটা মাটিত পৰি ভাগি যোৱাৰ শব্দ আৰু লগে লগে হাজৰিকাৰ মুখৰ ভিতৰতে কিবা এটা বকনি।

দুৱাৰখন ঠেলি সোমাই গলোঁ।—হাজৰিকাৰ ঘৰত এনে ঘটনা আজিৰ নহয়, গতিকে অপ্ৰস্তুত হ'বলৈ কি আছে? তাতে হাজৰিকা মোৰ অন্তৰঙ্গ বন্ধু আৰু সেই বন্ধুত্বৰ বলতে শ্ৰীমতী হাজৰিকা, অৰ্থাৎ কৰুণা হাজৰিকাও ক্ৰমে মোৰ বান্ধৱীৰ শাৰীলৈ উঠিছে।

সোমাই গলোঁ।—যি ভাবিছিলোঁ, সেয়েই। অফিচৰপৰা আহি হাজৰিকাই চাহকাপ ঠাণ্ডা পাই মাটিলৈ দলি মাৰি দিছে আৰু কৰুণা নিঃশব্দে কাপটো মাটিৰ পৰা তুলি লৈ সোমাই যাব খুজিছে। মই পৰিস্থিতিটো পাতলাবলৈ কলোঁ।—কাপ-গিলাচ যদি এইদৰে ভাঙিবই লাগে, তেন্তে মাটিৰ গিলাচ কিছুমান আনি নোলোৱা কিয়? তেতিয়া খংটোও বৰ্ত্তি থাকিব আৰু পইচাও ৰ'ব।

কথাষাৰে গুণ দিলে—দুয়ো ক্ষন্তেকতে প্ৰকৃতিস্থ হৈ পৰিল। হাজৰিকাৰ খঙত কোঁচ খাই যোৱা মুখখনত আৰু কৰুণাৰ পানী ওলাব খোজা চকুত হাঁহি বিৰিঙি উঠিল।

তাৰ পাচত মই নিজে নিজে এঠাইত বহি তাচযোৰ জেপৰপৰা উলিয়াই চাফ্‌ল কৰিলোঁ। অৰ্থ—যাবলৈ দিয়া সেইবোৰ কথা, এতিয়া খেলোঁ আহা। কৰুণাই সোমাই গৈ ক্ষন্তেকতে মোক চাহ একাপ

আনি দিলেহি—যেন চাহ কাপেৰে বিচাৰ প্ৰাৰ্থনাহে কৰিছে। গভিকে চাহত সোহা মাৰিয়েই কৃত্ৰিম খঙেৰে কলোঁ—ৰাম ৰাম! ইমান গৰম চাহবোৰ খুৱাই আপুনি মোৰ বন্ধুৰ পেটৰ নাড়ি ছিঙি পেলাব খুজিছে দেখিছোঁ। ভাবিছিলোঁ—কৰুণাৰ হাঁহি উঠিব, কিন্তু নুঠিল। বৰং তেওঁ চকু দুটা ঢুলঢুলীয়া কৰি হাজৰিকাৰ ফালে চালে, এনে এটা অৰ্থ—চাহ ঠাণ্ডা নে গৰম, শুনিলাতো? তথাপি তোমাক মই ভাল লগাব নোৱাৰিলোঁ।

এৰা, দুখ লাগে। হাজৰিকা মানুহটো কিয় এনে খঙাল হ'ল? এনে এজনী লখিমী তিৰোতাৰ তেওঁ মোল বুজা নাই কিয়? দেখাতো সুন্দৰ, কাম-বনতো পৰিপাটী, তথাপি কিয় বাৰু এনে অমিল হ'ল? দুখ লাগে।

তাৰ পাচত আন এদিন। মই কাণ দুখন সচুম কৰি হাজৰিকাৰ পদূলিৰ গেটখন নিঃশব্দে খুলি সোমাই গলোঁ—আজিবা কি দৃশ্য দেখোঁগৈ! কিন্তু ঘৰখন দেখোন নিজান। সন্ধিয়া লাগিছে, অথচ লাইট জ্বলা নাই—দুয়ো একেলগে ফুৰিবলৈকে ওলাই গ'ল নে কি? কথাষাৰ ভাবি ভাল লাগি গ'ল। হওক, ঈশ্বৰে সুমতি দিয়ক।

"আহা।"

এইযে! অন্ধকাৰ কোঠাটোত হাজৰিকা আৰু কৰুণা। লাইটটো জ্বলাই দিলোঁ—হৰি হৰি! দুয়ো পিঠিৰ ফালে পিঠি দি দেখোন মনে মনে বহি আছে—যেন বহুত পৰ! বুজিবলৈ বাকী নাথাকিল—অলপতে নিশ্চয় ধুমুহা এটা পাৰ হৈ গৈছে। তথাপি পৰিস্থিতিটো পাতল কৰিবলৈ এনেয়ে কলোঁ—যাওঁ—তোমালোকে আন্ধাৰত বহি বহি কি বা 'চুইট নথিং' আলাপ কৰি আছিলা!

উত্তৰত হাজৰিকাই দেখোন মোৰ হাত এখনত খাপ মাৰি ধৰি জোৰকৈ বহুৱাই দিলে, তাৰ পাচত আবেগেৰে কৈ উঠিল—

মোক এটা উপায় দিয়া—বৰ অসহ্য লাগিছে! কেনিবা যেন গুচি যায়!

মই হাঁহি হাঁহি ঘপকৈ উত্তৰ দিলোঁ—যোৱা, ছয়ো আগ্ৰাবপৰা ফুৰি আহাগৈ।

কথাষাৰ ক'বলৈহে পালোঁ—কৰুণা দেখোন চমক খাই উঠিল, তাৰ পাচত থিয় হৈ চকু দুটা উজ্জ্বল কৰি কলে—খুব ভাল হ'ব। আপুনিও ওলাওক।

কৈয়েই মোৰ উত্তৰলৈ বাট নাচাই ভেওঁ সোমাই গ'ল—যেন সাজটো বদলাই এইমাত্ৰ যাত্ৰা কৰিব। হাজৰিকাই পোনকৈ বহি কলে—এৰা, আইডিয়াটো বেয়া নহয়। ওলোৱানা তুমিও—কাইলৈকে যাত্ৰা কৰোঁ।

মই উত্তৰ দিলোঁ—মইনো আকৌ তোমাৰ লগত টেমেকা হওঁ কিয়?

হাজৰিকাই গহীনভাবে কলে—অচিন ঠাই—মই কেনিবা ওলাই গলে তুমি কৰুণাক চাব পাৰিবা!

তাৰ উত্তৰত মোৰ মুখৰপৰা সেই কথাষাৰযে কিয় ওলাই আহিল! ছিঃ ছিঃ! পৰ-স্ত্ৰী এজনীৰ সম্পৰ্কত তেনেকৈ কোৱাযে পাপ—হওক হাজৰিকা মোৰ অন্তৰঙ্গ বন্ধু! নাই নাই, শপত খাইছোঁ—ভৱিষ্যতে আৰু কেতিয়াও তেনেকৈ নকওঁ! মই নভবা-নিচিন্তাকৈ পাতলকৈ কৈ দিলোঁ—অৰণ্যে ধেমালিৰ সুৰত আৰু কথাটো অসম্ভৱ বুলি জানিয়েই কৈছিলোঁ কথাষাৰ—নালাগে দেও! মিছাকৈয়ে বিপদ চপাই নল'বা! ঘনিষ্ঠতা বাঢ়ি এদিন কৰুণাই যদি হঠাতে মোক ভালপাই উঠে! কথাষাৰ শুনি হাজৰিকাৰ মুখখন দেখোন অকস্মাতে বগা পৰি গ'ল, বগা পৰাটো লুকাবলৈ চেষ্টা কৰি মোৰ চকুলৈ এবাৰ কেৰাহিকৈ চালে, তাৰ পাচত নিজৰ মনতে হাঁহি এটা মাৰি কলে—সেইবোৰ ল'ৰা-ধেমালি এৰা। কাইলৈ পুৱা ইয়ালৈকে ওলাই আহিবা—ঠিক সাত বজাত।

এঃ! কথাষাৰ সেইদৰে কৈ মই বৰ ভাল নকৰিলোঁ। হ'বলা! এবা, বিদায় লওঁতে হাজৰিকাই মোৰ ভবিৰপৰা মূৰলৈকে হঠাৎ দেখাৰ দৰে ৰ লাগি চাই কি ভাবিছিল বাৰু? মোৰ মুখখনোযে আৰু! থুই থুই!.

পিচে সৰ্বশেষত আমাৰ যোৱা নহ'ল। কেনেকৈ যায় বাৰু—হাজৰিকাৰ যিহে বুকুৰ বিষ! কোনোমতে সেহাই সেহাই কলে—মিছাকৈয়ে তোমাক কষ্ট দিলোঁ!

মই বুকুখন মোহাৰি কলোঁ—চিন্তা নকৰিবা। আগতে ভাল হৈ লোৱাচোন।

তাৰ পাচত কৰুণাক বাহিৰলৈ মাতি আনি সকৈে সুধিলোঁ—ডাক্তৰক খবৰ দিছে নহয়?

কিন্তু কি আচৰিত—উত্তৰত কৰুণাৰ মুখখন দেখোন উজ্জ্বল হৈ উঠিল—বেচেৰীৰ তেনে উজ্জ্বল মুখ কোনো দিনে দেখা নাছিলোঁ। তাৰ পাচত তেওঁ লাজত তলমূৰ কৰি কলে—ডাক্তৰক মাতিবলৈ মানা কৰিছে। কৈছে—সাধাৰণ বিষ, হাতেৰে পিহি দিলেই হেনো ভাল হৈ যাব!

কৰুণা—ভিতৰৰ পৰা হাজৰিকাই কোমলকৈ মাতিলে।

কৰুণাৰ মুখখন আকৌ এবাৰ উজ্জ্বল হৈ উঠিল, তাৰ পাচত মোৰ উপস্থিতি পাহৰি যোৱাৰ দৰে দৌৰ মাৰি সোমাই গ'ল। মই একো বুজিব নোৱাৰি কৰুণা যোৱাৰ ফালে মাত্ৰ চাই থাকিলোঁ—এইবোৰ আকৌ কি কথা!



চাইকেলখন এচুকত আওজাই থৈ তিনিবাৰ বে'ল মাৰিলোঁ:— নাই, কোনো ওলাই নাহিল। শেষৰ বাৰৰ উত্তৰত খিড়িকীৰ পৰ্দাখন অলপ আঁতৰাই মুখ এখনে দেখা দিলে আৰু লগে লগে এষাৰ নিৰ্লিপ্ত মাত—আহা!

মুখখন সৰযু পেহীদেউৰ।

আজি পুৰা হমাহৰ মূৰত আহিছোঁ, গতিকে তেনে এষাৰ নিৰ্লিপ্ত মাত আশা কৰা নাছিলোঁ। আজি ইমান দিনৰ মূৰত বুলি সচকিত হাঁহি এটা মুখত ফুটি ওলোৱা হলে ভাল লাগিলহেঁতেন—হওক সেই হাঁহি কৃত্রিম।

পেহীদেউৰ ঘৰলৈ এইবোৰ কাৰণতে নাহোঁ। এবছৰ নগ'লেও একো ক্ষতি নাই আৰু বছৰৰ মূৰত যোৱাৰ দিনাও এনে এটা ভাব— তুমি সদায় আহি থকা মানুহ।

মোৰ পিয়াহ লাগিছিল—চাহ একাপ খাবৰ মন গৈছিল। নিজে খুজিও অৱশ্যে খাব পাৰোঁ, কিন্তু সেইটো কৰিলে অকল সেই উদ্দেশ্যেৰেই অহা যেন দেখায়—ভাকো গৈছোঁ আজি ইমান দিনৰ মূৰত।

পেহীদেৱে বহুত দিন ৰৰষুণ নিদিয়াৰ কথা কৈছে। চাউলৰ দাম বঢ়াৰ কথা কৈছে। আৰু কৈছে তেওঁ নতুনকৈ লগোৱা তাঁতখনৰ কথা। চাহকাপৰ কথা ক'বলৈ তেওঁ যেন একেবাৰে পাহৰি আছে।

এবাৰ পিয়াহ লাগিছে বুলি পানী এগিলাচ খুজিলোঁ। উত্তৰত পানী এগিলাচেই আহিল। কিন্তু লগতে এষাৰ মন্তব্য—চাইকেল চলাই ফুৰিলে ঘনে ঘনে পিয়াহ লাগিবই। কথাষাৰ কিয় কলে নুবুজিলোঁ। তথাপি অনুভব হ'ল পিয়াহ লগাৰ ওপৰত নহয়, চাইকেল চলাই ফুৰাটোৰ ওপৰতহে যেন মন্তব্যষাৰ।

তাৰ পাচত আকৌ কথা। ৰৰষুণ কেতিয়া দিব। চাউলৰ দাম কেতিয়া কমিব। লগোৱা তাঁতখন কেতিয়ামানে ওলাব। কত কথা!

ভীষণ দৰ্কাৰী যেন সেইবোৰ কথা। তাত চাহকাপৰ দৰে সাধাৰণ কথাষাৰৰ বাবে যেন সুকণ্ডা নাই। এবাৰ বিদায় দিয়াৰ সুৰত পেহীদেৱে সুধিলে—এতিয়া পিচে কেনি যাবাগৈ ?

মোৰ খং উঠিছিল, একালে যাব লগীয়া আছিল যদিও বহি থাকিয়েই কলোঁ—কেনিও যাব লগা নাই।

ক্ষন্তেক নীৰৱ। দৰ্কাৰী কথাবোৰ যেন শেষ হৈ গ'ল। তেনে নীৰৱতাবোৰ বৰ অসহ্য লাগে। গতিকে থিয় হলোঁ, তাৰ পাচত তৃষ্ণাৰ্ত্ত চাইকেলখনৰ কালে আগবাঢ়িলোঁ।

তোমাৰ চাইকেলখন বহুত দিন গৈছে।

পিচে পিচে আহি পেহীদেৱে মাত লগালে। বুজিলোঁ—এই মন্তব্য মোৰ সাৱধানী স্বভাৱটোৰ ওপৰত নহয়, নতুন এখন কিনিব নোৱৰা অসামৰ্থ্যৰ ওপৰতহে। উত্তৰত কলোঁ—চাইকেল এৰিম আৰু। স্কুটাৰ এখনৰ অৰ্ডাৰ দিছোঁ।

কথাষাৰ মিছা নহয়। মই স্কুটাৰ এখন কিনিব খুজিছোঁ। আৰু সোনকালেই কিনিম।

কিন্তু কথাষাৰত কি যাদু সনা আছিল জানো, পেহীদেউৰ মুখখন দেখোন হঠাতে উজ্জ্বল হৈ উঠিল, তাৰ পাচত কলে—এঃ! তুমি গ'লাইনেকি ? দৰ্কাৰী কামো দেখোন একো নাই। ৰ'বাচোন—চাহ একাপ খাই যোৱা।

দেখিলোঁ—পেহীদেউ সঁচাকৈয়ে চাহ কৰিবলৈ সোমাই গৈছে।



জানো—বনমালী দত্তৰ আৰু বেছি দিন নাই। দত্তই নিজেও যেন সেই কথা জানিব পাৰিছে।

দুমাহ—আজি পুৰা দুটা মাহ হাস্পতালৰ এই একেখন বিছনাতে পৰি আছে মানুহজন। আৰু দুদিনমানৰ পৰা বোলে উশাহ লওঁতেও কষ্ট পাইছে! নাই, বেচেৰাৰ আৰু আশা নাই।

তথাপি মই সোমাই যোৱাৰ লগে লগে দত্তৰ শেঁতা মুখখন উজ্জল হৈ উঠিল। লক্ষ্য কৰিলোঁ—তেওঁৰ চকু দুটা হঠাতে যেন নাচি উঠিছে। আজি আকৌ হ'ল কি! দত্তৰ হাতত কিবা এখন আধা-পঢ়া কিতাপ—কিতাপখনেই তেওঁক জীৱন ঘূৰাই পোৱাৰ কিবা সন্ধান দিলে নেকি?

"আপোনাৰ জেঠ মাহত জন্ম নহয় জানো?"—হঠাৎ দত্তৰ প্ৰশ্ন।

মোৰ জন্ম-মাহটো দত্তক বোধকৰোঁ কেতিয়াবা কৈছিলোঁ। গতিকে বিশেষ আচৰিত নহলোঁ। কিন্তু আচৰিত হলোঁ তেওঁৰ প্ৰশ্নটোৰ অসংলগ্নতাত। মোৰ উত্তৰলৈ বাট নাচাই দত্তই কিতাপখন মেলি কলে—"আপোনাৰ বিষয়ে কি লিখিছে শুনক। সুন্দৰ লিখিছে—একেবাৰে মিলি গৈছে!!"

তেতিয়াহে বুজিলোঁ—কিতাপখন এখন জ্যোতিষ শাস্ত্ৰ! মই ৰস পোৱা যেন দেখুৱাই কাষচাপি বহিলোঁ। ভাবি ভাল লাগিল—মোৰ ভূত-ভৱিষ্যতৰ বিষয়ে দত্ত কিমান আগ্ৰহান্বিত! এৰা, এইহে বন্ধুত্ব!

পঢ়াৰ আগতে দত্তই কিতাপখনৰ বিষয়ে দীৰ্ঘ এটা বক্তৃতা শেষ কৰি ল'লে—গ্ৰন্থকাৰজন কিমান পণ্ডিত, কি কি উপাধি, কিমান ব্যাপক অভিজ্ঞতা। তাৰ পাচত কৈ গ'ল—জেঠ মাহত জন্ম হোৱাসকলৰ ভিতৰত কোন কোন প্ৰখ্যাত লোক আছে—সাহিত্যত, বিজ্ঞানত, ৰাজনীতিত। জেঠ মাহত জন্ম হোৱা লোকসকল হেনো দেখাত সুন্দৰ, ভাগ্যবান আৰু সম্পত্তিশালী হয়। তেওঁলোকৰ দাম্পত্য জীৱন মধুৰ আৰু আঁৰ নলগা। সঙ্গীত আৰু কলা-প্ৰিয় হয়, প্ৰিয়ভাষী হয় আৰু হয় পৰোপকাৰী।

সেইখোৰ গুণৰ অধিকাৰী আজি হোৱা নাই যদিও কিজানি অন্ততঃ কাইলৈ হওঁ—গতিকে শুনি ভাল লাগিছে। আৰু দত্তই পৰম উৎসাহেৰে পঢ়ি গৈছে—জেঠ মাহত হোৱা মানুহে কি ৰং ভাল পায়, কেনে সঙ্গী পচন্দ কৰে, কি কি বস্তু বিচাৰে। শেষত সুধিলোঁ—"স্বাস্থ্য আৰু জন্ম-মৃত্যুৰ বিষয়ে কি লিখিছে ?"

এইবাৰ দত্তৰ চকু দুটা আৰু উজ্জ্বল হৈ উঠিল, আনন্দৰ অশ্ৰুৰে ভৰি পৰিল, তাৰ পাচত পঢ়ি গ'ল—জেঠ মাহত জন্মা লোক দীৰ্ঘায়ু হয়, সুন্দৰ স্বাস্থ্যৰ অধিকাৰী হয়, কোনো ডাঙৰ ৰোগ আৰু দুৰ্ঘটনা ভোগ কৰিব লগা নহয়।

দত্ত ক্ষন্তেক ৰ'ল—বেচেৰা ভাগৰি পৰিছে। গতিকে মই সেই আধ্যা সিমানতে শেষ হওক বুলি যাবলৈ থিয় হলোঁ। থিয় হৈ ঘূৰি দেখোঁ—ৰাতুল, দত্তৰ একমাত্ৰ দহ বছৰীয়া ল'ৰাটো আহি ওচৰতে নীৰৱে থিয় দি আছে। তাৰ মুখখন দেখি দুখ লাগিল—দত্তৰ মৃত্যুৰ পাচত এই ল'ৰাটোৰ কি হ'ব, কোনে তাক মানুহ কৰিব!

"আৰু কি লিখিছে জানে ?" দত্তই কিতাপখন জপাই নিজৰ মনতে কোৱাদি কলে—"আপোনালোক আত্মনিৰ্ভৰশীল হ'ব পাৰে আৰু কেতিয়াও দুখত নপৰে।"

ভাল লাগিছিল যদিও দত্তৰ কথালৈ সিমান কাণ নিদি মই ৰাতুলৰ মুখলৈ একেৰাহে চাই ৰলোঁ, তাৰ পাচত পুতেকৰ বিষয়ে সহানুভূতি থকা দেখুৱাবলৈ হাঁহি সুধিলোঁ—"ৰাতুলৰ বিষয়ে কি কয় ? ইয়াৰ কোন মাহত জন্ম ?"

প্ৰশ্নটো শুনি দত্তই মূৰটো দাঙিলে, চকু দুটা কিবা এক গভীৰ তৃপ্তিত আৰ্দ্ৰ হৈ উঠিল আৰু মই যেন সেই কথাটো আগতে জনা উচিত আছিল এনেভাবে কলে—"কিয়—জেঠত আকৌ!"



আপেল, নাচপত্তি আৰু টনিকৰ বটলটো বেজখনত সজাই থলোঁ, তাৰ পাচত শ্ৰীমতীৰ কাষত বহি তেওঁৰ ক্ষীণ হাতখন মোৰ হাতত লৈ সুধিলোঁ—ভাল পাইছা ?

উত্তৰত শ্ৰীমতীয়ে কি ক'ব, মোৰ জনাই আছিল। ক'লে—মিছাকৈয়ে ইমানবোৰ কিয় খৰচ কৰিছে ?

খৰচ খৰচ ! শুনি শুনি আৰু তিতা লাগিছে। অহাৰ দিনাৰ পৰাই শ্ৰীমতীৰ ধাৰণা—কিবা এটা কৰিলেই সেইটোৰ নাম খৰচ আৰু সেইটো সদায় মিছা খৰচেই। মোৰ খৰচ কমাবলৈ তেওঁৰ কি সাধনা ! কোনোবাই যেন শিকাইহে পঠালে—খৰচ কমোৱা বা কমোৱাৰ চেষ্টাটোৱেই স্বামীৰ স্নেহ আদায় কৰাৰ একমাত্ৰ উৎকৃষ্ট পন্থা।

অৱশ্যে এইটো সঁচা যে আমাৰ খৰচ আজি কিছুদিনৰ পৰা যথেষ্ট বাঢ়িছে। শ্ৰীমতীৰ অসুখ—আজি প্ৰায় ছমাহ। ডাক্তৰৰ ফীজ, লগে লগে কত ঔষধ আৰু ইনজেকচন। সোনকালে আৰোগ্য হওক বুলি ডাক্তৰৰ প্ৰেচক্ৰিপশ্যনৰ বাহিৰেও আকৌ বটলে বটলে টনিক। তাৰ উপৰিও পূজা-আহ্নিক, আগ-ভাগ ! কিন্তু সকলো যেন অসাৰ্থক হৈ যাব লাগিছে। সাৰ্থক হ'ব খুজিছে মাত্ৰ শ্ৰীমতীৰ বাৰে বাৰে কোৱা সেই কথাষাৰ—"মিছাকৈয়ে ইমানবোৰ কিয় খৰচ কৰিছে ?"

তাৰ পাচত এদিন এজন জ্যোতিষীৰ লগত সাক্ষাৎ। ভাটীৰ ফালৰপৰা অহা। পণ্ডিত জ্যোতিষীয়েই। শ্ৰীমতীৰ নাম-ধাম, জন্ম-শক কোৱা হ'ল। কি ৰোগ, ৰোগৰ কি লক্ষণ। জ্যোতিষীয়ে খন্তেক চকু মুদি ধ্যান কৰিলে, তাৰ পাচত গুৰুগম্ভীৰ স্বৰত কলে—সাধাৰণ—অতি সাধাৰণ কথা। শ্ৰীমতীৰ সম্প্ৰতি দুষ্ট গ্ৰহৰ যোগ—এজন দৰিদ্ৰক ভোজন কৰাব পাৰিলেই সকলো দোষ কাটি যাব আৰু অনতিপলমে সুস্থ হৈ উঠিব।

পাৰিলে ? দৰিদ্ৰ—মাত্ৰ এজন দৰিদ্ৰক ভোজন কৰাব লাগে—

তাত আকৌ পৰা-নোৱাৰাৰ প্ৰশ্ন কিয় ? আন বহুত বস্তুৰ অভাৱ থাকিলেও অন্ততঃ দৰিদ্ৰৰ অভাৱ নাই এই পৃথিবীত।

উৎফুল্লভাৱে শ্ৰীমতীক সকলো কলোঁহি। জ্যোতিষীজন কিমান অগাঢ় পণ্ডিত আৰু তেওঁৰ কথা আখৰে আখৰে কেনেকৈ মিলি যায়। দৰিদ্ৰ— মাত্ৰ এজন দৰিদ্ৰক এসাজ খুৱাই দিলেই তেওঁ পাচ দিনাৰ পৰা আৰোগ্য! জ্যোতিষীজনে কেনে এটা সঠিক মুহূৰ্ত্তত দৰ্শন দিছেহি—আমাৰ ভাগ্যৰ কিমান জোৰ! ৰাখে হৰি মাৰে কোনে! কিন্তু মোৰ উৎসাহত চেঁচা পানী ঢালি শ্ৰীমতীয়ে মাত্ৰ সুধিলে— জ্যোতিষীজনে কেই টকা দৰ্শনী ল'লে ?

পাচ দিনা শ্ৰীমতীক আৰু কোনো কথা নকলোঁ। খৰচ হৈছে বুলি তেওঁ বা কি আপত্তি দৰ্শায়! গতিকে ৰান্ধনী ল'ৰাটোক ভিতৰত গোপনে আয়োজন কৰিবলৈ কৈ শ্ৰীমতীক বাহিৰৰ বাৰাণ্ডাত হাতত কিতাপ এখন দি আৰামী চকী এখনত বহুৱাই ৰাখিলোঁ। পুৱাতে চাৰি আলিৰ ভিখাৰীটোক কৈ আহিলোঁ—দুপৰীয়া বাৰ বজাৰ ৰেলগাড়ীখনে উকিটো মৰাৰ লগে লগে সি যেন মোৰ ঘৰত উপস্থিত হয়হি আৰু ৰান্ধনী ল'ৰাটোক সতৰ্ক কৰি থলোঁ—( ময়ো জানো কম চালাক ? ) এজন ডাঙৰ মানুহ আহিব—উৎকৃষ্ট ৰন্ধা হ'ব লাগে।

বাৰ বজাৰ উকিটো মাৰিলে, তথাপি ভিখাৰীটো নোলালহি কিয় ? আহিবলৈ ভয় কৰিলেনেকি ? নে মটৰে খুন্দিয়াই মাৰিলে ? এৰা, যিহে দুষ্ট গ্ৰহৰ ফেৰ, সেইটো হ'বলৈ কিমান সময় লাগিছে ? ৰান্ধনী ল'ৰাটোক দিহা-পৰামৰ্শ দি বাহিৰলৈ ওলাই আহিলোঁ।

কিন্তু এয়া আকৌ কি! শ্ৰীমতীৰ হাতৰ কিতাপখন দুৱাৰমুখত দেখোন মেল খাই পৰি আছে!

কি হ'ল ?

শ্ৰীমতীয়ে মোক যেন এটা ডাঙৰ খৰচৰপৰা ৰক্ষা কৰিলে, এনেভাৱে হাত এখনত ধৰি মিচিকিয়াই হাঁহি ক'লে—খৰচ বাঢ়ি

গৈছে—ইপিনে বাটৰ ভিখাৰীটোৰেও চিধা ভাতহে খোজেহি! আৰু ভাত খাবই বুলি তাৰ যি দেমাক!—নাখায়? দিলোঁ মাৰি কিতাপখন মুৰলৈ! উঃ তেহে ৰক্ষা!



মা পুৱাৰেপৰা লঘোণে আছে। লগতে ময়ো। উলামূলা সকামতো নহয়—কালী পূজা। তাতে মোৰ হৈ মানস কৰা পূজা। ছমাহ মানৰ আগতে মোৰ এবাৰ টান জ্বৰ হৈছিল। জ্বৰ এবাৰ দিনা পুৱা মাই বোলে মোৰ হৈ কালী পূজা এভাগ মানস কৰিছিল। আজি বাতিলৈ সেই পূজা।

ওচৰ-চুবুৰীয়া কেউঘৰকে নিমন্ত্ৰণ কৰা হৈছে। মই নিজে গৈ মাতি আহিছোঁ। সৰ্বেশ্বৰ হাকিম, টঙ্ক উকিল, গুণ মৌজাদাৰ—আটাইকেইঘৰ।

আৰু সুৰূপা ফুকন?

নাই, সুৰূপা ফুকনক মতা নাই। আগৰ সকাম-নিকামতো তাই সদায় বাদ যায়। তাই সেইদৰে এঘৰীয়া হোৱাৰ কাৰণ আন একো নহয়, আমাৰ কেইঘৰৰ তুলনাত সিহঁত দুখীয়া। খেৰী জুপুৰী ঘৰ এটাত থাকে, লগত বেমাৰী বুঢ়া বাপেক। আৰু ৰূপো যদি অকণ থাকিলহেঁতেন! সাতে-পাঁচে বেচেৰীৰ সেইবাবে বিয়াও হোৱা নাই। এক কথাত সুৰূপা ফুকনক আমি আমাৰ শাৰীৰ বুলি গণিতাই নকৰোঁ।

কিন্তু মাৰ ইচ্ছা— সুৰূপা ফুকনকো মাতিব লাগে। নহ'লে হেনো

গোসানীৰ কোপ লাগিব। আগলৈ নহলেও এইভাগ কালী পূজাত অন্ততঃ তাইক বাদ দিব নাপায়।

পূজা বাতিলৈ যদিও, ওচৰ-চুবুৰীয়াসকল আবেলিতে ওলালহি। আৰু চাহ-জলপান, গান-বাজনা, তাচ-পাশাৰ পাচত এজন এজনকৈ যেতিয়া সকলো গ'লগৈ, তেতিয়া ৰাতিয়েই হ'লহি।

কিন্তু সুৰূপা ফুকন নাহিল দেখোন। মাই সুধিলে—ভালকৈ মতা নহ'লনেকি?

মোৰ খং উঠিল, কলোঁ—কি এনে মহাৰাণীজনীযে শৰাই-বটা দি মাতিব লাগে?

মাই মোৰ মুখখনত সোপা দি ধৰিলে—নেপায়, আজি তেনেকৈ ক'ব নেপায়।

নহয়, সুৰূপা ফুকন আহিল! সকলো যোৱাৰ পাচত ভীৰু খোজেৰে পদুলিমুখত থিয় হ'লহি সুৰূপা। আওহেলা নকৰাৰ অভিনয় কৰি আনবোৰতকৈ তাইক বেছি আদৰ-সাদৰ কৰি আগবঢ়াই আনিলোঁ, আটাইতকৈ সুন্দৰ চোকাখনত বহিবলৈ দিলোঁ আৰু খাবলৈ দিলোঁ আটাইতকৈ দামী চেটৰ কাপ-প্লেটত। তাৰ পাচত ৰাতি বেছি যেন হোৱা দেখি মটৰখনো উলিয়াব লগা হ'ল। কি কৰিম—মাৰ আদেশ।

...জুপুৰী ঘৰটোৰ সমুখত মটৰখন ৰখাই দুৱাৰখন মেলি ধৰিলোঁ। সুৰূপা নামি গ'ল। নামি গৈ ছোৱালীজনী কিন্তু ক্ষন্তেক আন্ধাৰতে থিয় দি থাকিল, তাৰ পাচত কি আচৰিত—চাদৰৰ আঁচলেৰে এবাৰ চকু দুটা মোহাৰিলে। কিবা বেয়াই পালেনেকি আকৌ মহাৰাণীয়ে!

কি হ'ল?

সুৰূপা কাষচাপি আহিল, তাৰ পাচত মোৰ চকুলৈ ক্ষন্তেক চাই। চকু দুটা দেখোন নমাই নিলে।

কিবা ক'বা?

সুৰুপাই দেখোন ভৱিৰ নখেৰে মাটি খজুৱালে, তাৰ পাচত নিজৰ মনতে কওঁ-নকওঁকৈ কৈ উঠিল—মইযে ৰামেশ্বৰ মহৰীক কিয় ইমান ততাতৈয়াকৈ কথা দিলোঁ! কৈয়েই দেখোন মোলৈ পিঠি দি ভিতৰলৈ লৰ মাৰিলে সুৰুপা, তাৰ পাচত খঙেৰে বাঁহৰ দুৱাৰখন ডাঙৰ শব্দ এটা কৰি জপাই দিলেগৈ।



মই বাৰু কো—ন?

মোৰ চকু দুটা জপাই ধৰা হাত দুখন সৰু সৰু। উমানতে বুজিলোঁ। এইজনী আৰু কোন হ'ব—জুৰি। কিন্তু তৎক্ষণাত জনা দেখুৱালে তাইৰ খেমালিটো মাটি হৈ যাব। সেইবাবে ক'লোঁ— কোন বাৰু!

জুৰিৰ কি আনন্দ! হাত দুখন আঁতৰাই তাই মোৰ সমুখত থিয় হ'ল, তাৰ পাচত পৰ্বতীয়া জুৰি এটিৰ দৰেই খিলখিলকৈ হাঁহি উঠিল—আপুনি একোকে নাজানে, ককা!

এৰা, ঠিকেই। মোৰ জানিবলৈ আৰু বহুত বাকী। মই জুৰিৰ হাঁহিটো চাই চাই আৰু মোৰ পকা দীঘল ডাড়িকোছাত হাত বুলাই বুলাই ভাবিলোঁ।

আজি মোক ফুৰাবলৈ নিম বুলিছিল নহয়?

অ'—জুৰিক আজি ফুৰাবলৈ নিম বুলি কৈছিলোঁ। ফুৰাবলৈ নিয়া মানে বজাৰলৈ যোৱা—তাইক কিবা এটা কিনি দিব লাগে দেৱালী উপলক্ষে। কাইলৈ দেৱালী। ৰক্ষা নাই।

জুৰি আমাৰ ওচৰ-চুবুৰীয়া ছোৱালী। ননীৰ বন্ধু। ননী হ'ল আকৌ মোৰ সাত বছৰীয়া নাতিনী। পিচে তাই বাপেকৰ লগতে কানপুৰলৈ গুচি যোৱাত জুৰিজনী বেচেৰী অকলশৰীয়া হৈ পৰিল। ময়ো হলোঁ অৱশ্যে। অকলশৰীয়াই অকলশৰীয়াক টানে। বচ্—জুৰিৰ লগত মোৰ বন্ধুত্ব ঘটি গ'ল।···

কি লাগিব? পুতলা? চাবি দিয়া ৰেলগাড়ী? মাউথ অৰ্গেন? গোটেই দোকানখন পিটপিটাই চালোঁ—নাই, জুৰিৰ সেইবোৰ একো পচন্দ নহয়।

ইমান ধুনীয়া সৌটো!

ওলমি থকা ৰঙা ফ্ৰক এটাৰ সমুখত হঠাতে এবাৰ বৈ গ'ল ছোৱালীজনী।

লাগে?

আনন্দত জুৰিৰ মুখখন উজ্বল হৈ উঠিল! মই ফ্ৰকটো নমাই আনি জুৰিৰ গাত দি চালোঁ—খাব। ৰংটোও তাইৰ গাৰ বৰণৰ লগত ইমান মিলি গৈছে! অপূৰ্ব! মই ফ্ৰকটো বান্ধি লৈ তাইৰ হাতত গুজি দিলোঁ। দুষ্ট ছোৱালী—এনে এটা ভাব প্ৰকাশ কৰিবলৈ কুজা হৈ ধেমালিতে তাইৰ নাকটো টান মাৰি দিলোঁ। উত্তৰত তাই মোৰ পকা ডাড়িকোছাত হাত ফুৰাই দিলে, তাৰ পাচত গাল এখনত লগাই পৰীক্ষা কৰি চালে—কিমান কোমল।

দেৱালী। ঘৰে ঘৰে চাকি জ্বলিছে। আমাৰ ঘৰতো জ্বলিছে। জুৰিহঁতৰ ঘৰতো। তাই চাগৈ এতিয়া ফটকা মৰাত ব্যস্ত ৰঙা ফ্ৰকটো পিন্ধি। ফ্ৰকটোৰে কেনে দেখাইছে বা! গোটেইজনী ভুলি ধৰিছে চাগৈ। মোক দেখি তাই কি কৰিব বাৰু? উপহাৰটো দিয়া বাবে ৰং পাই কিজানি ডিঙিত সাৱটি ধৰিবহি। তাৰ পাচত হয়তো ডাড়িকোছা টান মাৰি দিব—নাই, এই অভ্যাসটো গুচাব লাগিব তাইৰ।

সৌজনী—মই দিয়া বঙা ফ্ৰকটো পিন্ধি জুৰি ইকালে-সিকালে সোৱা দৌৰি ফুৰিছে। আঃ! সঁচাকৈয়ে ইমান মৰম লগা হৈ পৰিছে।

জুৰি!

ফুলজাৰী এডাল অলাই নাচি ফুৰিছিল জুৰি। হঠাতে বৈ গ'ল, মোৰ ফালে এবাৰ চালে, মিচিকিয়াই হাঁহিলে, তাৰ পাচত এখোজ আগবাঢ়ি আহি আকৌ বৈ গ'ল।

জুৰি!

জুৰিয়ে আকৌ এবাৰ মোৰ ফালে চালে।

নোযোৱা কিয়? ককাই মাতিছে নহয়!—ওচৰতে বৈ থকা মাকজনীয়ে খুচি দিয়াৰ দৰে ক'লে। জুৰি কিন্তু একেথৰে বৈ থাকিল।

যোৱা-আকৌ। ফ্ৰকটোৰে কেনে দেখাইছে চাবহে খুজিছে।

জুৰিয়ে আকৌ এবাৰ মোৰ ফালে চালে। তাৰ পাচত গুাইৰ মুখখন দেখোন হঠাতে ৰঙা পৰি গ'ল। তাৰ পাচত ক'ৰবাত লুকাব পাৰিলেই যেন ৰক্ষা এনেভাবে তাই মাকৰ কাষ চাপি গ'ল। তাৰ পাচত কি আচৰিত—মাকৰ চাদৰৰ আঁচলটোৰে মুখখন ঢাকি ধৰিলে।

পকা দীঘল ডাঢ়িকোছাত হাত দি মই অবাক দৃষ্টিৰে মাত্ৰ চাই ৰলোঁ—সেই অকণমানি ছোৱালীজনীৰ বুকুত পূৰ্ণ-যৌৱনা এক নাৰী যেন শুই আছিল, মই জগাই দিলোঁহি। ক'ব নোৱাৰাকৈয়ে মোবো লাজ লাগি গ'ল।



দেউতা!

চাহকাপ থৈ নৰেশ্বৰ মোৰ সন্মুখত সেমেনা-সেমেনিকৈ থিয় দি ৰ'ল। কিবা এটা যেন ক'ব—চকু দুটা চলচলীয়া হৈ উঠিছে।

আইৰ বোলে বৰ টান। মই ঘৰৰপৰা আহোঁগৈ, দেউতা! মোৰ আকনো কোন আছে—নেদেখাকৈ হঠাতে চকু মুদিব লাগিলে···

নৰেশ্বৰে আৰু শেষ কৰিব নোৱাৰিলে, হুকহুককৈ কান্দি উঠিল।

মোৰ মনটোও সেমেকি গ'ল। হেজাৰ হওক—নিজৰ মাক যে! মোৰ দুদিন আহুকাল হ'ব—হওক, সি বেচেৰাই মাতৃষাৰ দি আহক। যাওক।

গতিকে নৰেশ্বৰক খৰখৰকৈ পঠাই দিলোঁ। টকা দহোটাও দিলোঁ—বেমাৰৰ কথা, ক'ত কেতিয়াবা লাগে! হাতত টিনৰ চুটকেছটো আৰু চকুত পানী লৈ নৰেশ্বৰে যেতিয়া বিদায় ল'লে, মই থোকাথুকি মাতেৰে কলোঁ—ঈশ্বৰে সোনকালে আৰোগ্য কৰক। নালাগে, এদিনতে গুচি আহিব নালাগে। ভাল নহয় মানে দুই-চাৰি দিন লাগে থাকিয়েই আহিবি—দৰ্মহা নাকাটো।

নৰেশ্বৰ গ'লগৈ।

পিচদিনা হাতত মোনাটো লৈ বজাৰলৈ ওলাই গলোঁ। আলু এক কিলো লৈ দামটো দি উঠিছোঁ, তেনেতে পিচফালৰ জুমটোৰ পৰা কোনোবা এজনে মাতিলে—মোক পাঁচ কিলো দিয়া। কোননো এইজন পাঁচ-কিলোৰ গ্ৰাহক বুলি ঘূৰি চাই দেখোঁ—আমাৰ নৰেশ্বৰ দেখোন! সিও মোলৈ চালে। কিন্তু আলুগুটিহে যেন বেছি দৰ্কাৰী কথা, এনে ভাবে সি সজাই থোৱা আলু দ'মৰ কাষচাপি গ'ল, এটা লৈ পৰীক্ষা কৰিলে, তাৰ পাচত বিশেষজ্ঞ এজনৰ দৰে নাকটো কোচাই আন একালে খোজ ল'লে।

নবেশ্বৰ !

কোনো উত্তৰ নাহিল। নবেশ্বৰ মানুহৰ মাজত কেনিবা হেৰাই গ'ল। অৰ্থাৎ ? মই সেইফালে চাই থাকি তেতিয়াহে কথাটো বুজিব পাৰিলোঁ—সংসাৰখন ইমান মিছলীয়া, ইমান প্ৰৱঞ্চক ! মোক তেনেকৈ জীয়া ফাঁকিটো মাৰিব নালাগিছিল সি। বাৰু, চিকুটি লাও বুঢ়াহে কৰিলি।

দুদিন পাচত যিটো নতুন চাকৰ ল'ৰা পালোঁ, তাৰ নাম বৃন্দাবন। বৃন্দাবনক কামবোৰ বুজাই দি মই নিজকে নিজে কলোঁ—সাৱধান, এইবাৰ যেন তেনেকৈ ফাঁকি মাৰি পলাই নাযায় !

তাৰ পাঁচত এদিন আবেলি। চাহকাপ থৈ বৃন্দাবন আগৰ চাকৰ ল'ৰাটোৰ দৰে দেখোন সেমেনা-সেমেনিকৈ থিয় দি আছে।—একেটা বেমাৰেই হ'বলা !

দেউতা !

কি হ'ল—মাৰৰ বেমাৰ নে কি ? মোৰ স্বৰত ব্যঙ্গ।

বৃন্দাবন উচপ্ খাই উঠিল, তাৰ পাচত ক'লে—দেউতাই খবৰ পাইছেই তেন্তে ? এৰা, আইজনীৰ বোলে বৰ টান। মই খবৰ লৈ আহোঁগৈ, দেউতা !

মই একেচাবে থিয় হলোঁ, তাৰ পাচত তাৰ চকু দুটালৈ চালোঁ—সেই একে কৃত্ৰিম চকুপানী। সংসাৰখন ইমান মিছলীয়া, ইমান প্ৰৱঞ্চক ! আৰু ৰ'ব নোৱাৰিলোঁ। বৃন্দাবনৰ গালত ঠাঁচকৈ এটা চৰ বহুৱাই দিলোঁ—তহঁতৰ মাৰ-বাপেৰবোৰ কেইবাৰ মৰে ?

বৃন্দাবনে একো নক'লে, নাকান্দিলেও। সি মাথোন খন্তেক তলমূৰকৈ থিয় দি থাকিল, তাৰ পাচত লাহে লাহে ভিতৰলৈ সোমাই গ'ল।

পিচদিনা পুৱা এক হৈ-চৈ কাণ্ড। বৃন্দাবন পলাল ! কাপোৰ-

কানি সকলো আছে, ল'ৰাটো নাই। দেখিলে—ফাঁকি দি যাব নোৱাৰি শেষত কেনেকৈ পলাই গ'ল! নহয়, তাক বিচাৰিব লাগিব, বিচাৰি উলিয়াই ভালকৈ এশিকনি দিব লাগিব। ইহঁত চব মিছলীয়া, প্ৰবঞ্চকৰ দল!

…পথাৰখনৰ কাষৰ পুলটোত সোটো কোন শুই আছে? বৃন্দাবনেই নহয়নে? মই চোৰাংচোৱাৰ খোজেৰে আগবাঢ়ি গলোঁ, তাৰ পাচত থাপ মাৰি হাত এখনত ধৰিলোঁগৈ।

ক'ত সাৰিবি? মিছলীয়া!

কিন্তু আচৰিত কথা—বৃন্দাবনে মোৰ হাতৰপৰা এৰাই লৰ মাৰিবলৈ কোনো চেষ্টা নকৰিলে। সি কিবা এটা ভাবি মোৰ চকুলৈ চালে, চায়েই ৰ'ল বহুত পৰ।

কি হৈছে তোৰ?

বৃন্দাবনে মোৰ প্ৰশ্নৰ উত্তৰ নিদি শূন্য দৃষ্টিৰে পথাৰখনৰ ফালে চালে, তাৰ পাচত হঠাৎ বলিয়াৰ দৰে চিয়ঁৰি এফালে দৌৰ মাৰি গ'ল—উলটি আহ, এবাৰ উলটি আহ।

বৃন্দাবন যোৱাৰ ফালে লক্ষ্য কৰিলোঁ—ক'তো দেখোন একো নাই। দূৰত, বহুত দূৰত আকাশলৈ উঠি আহিছে মাত্ৰ এসোঁতা ক্ষীণ ধোঁৱা!



অলকাৰ মূৰটোত হাত ফুৰাই দিলোঁ, তাৰ পাচত সকৈ কলোঁ—চিন্তা নকৰিবা—তুমি সোনকালেই ভাল হৈ উঠিবা। অলকাই চকু-

দুটা মুদি দিলে, তাৰ পাচত দুৰ্বলভাবে এবাৰ হাঁহিলে—যেন তৃপ্ত।

তৃপ্তিত নহয়। অলকাই বুজিছিল—সেয়া মই মিছা কথা কৈছোঁ।

এবা, মিছা কথা। অলকাৰ আৰু ভাল নহয়। ডাক্তৰে আশা এৰি দিছে।

আৰু সঁচাকৈয়ে নহলো। তাৰ দুদিনৰ পাচতে অলকাই চিৰকালৰ বাবে চকু মুদিলে।

সেইদিনা মই কথা ক'ব পৰা নাছিলোঁ। অলকাৰ মুৰটো লাহে লাহে মোৰ কোলাৰপৰা নমাই দি মই নীৰৱে থিয় হৈছিলোঁ আৰু তাৰ পাচত ওচৰতে থিয় দি থকা মাকৰ গধুৰ চকু দুটালৈ চাইছিলোঁ।

মাকে চকু দুটা নমাই নিছিল—হয়তো মোৰ মনৰ দুখটো সহ্য কৰিব নোৱাৰিয়েই। নহয়, কিবা এটা যেন দোষৰ ভাবতহে—যেন অলকাৰ মৃত্যুৰ বাবে মাকেই দায়ী। তাৰ পাচত নীৰবে এখোজ-দোখোজকৈ কোঠাটোৰপৰা ওলাই আহিছিলোঁ আৰু মনতে ঠিক কৰিছিলোঁ—শেষ, এইখন ঘৰত মোৰ এয়েই শেষ।

শেষ নহৈ আৰু কি হ'ব? এতিয়া আৰু তালৈ যোৱাৰ কি অৰ্থ হ'ব পাৰে? অলকাৰ লগত মোৰ বিয়া হোৱাৰ কথা আছিল, কিন্তু সকলো শেষ হৈ গ'ল। এতিয়া আৰু গৈ কি কৰিম? বিয়াৰ পাচত মৃত্যু হোৱা হলেও এটা কথা আছিল—হেজাৰ হওক, এটা সম্পৰ্ক। কিন্তু এতিয়া?

মাকে অৱশ্যে মোক মৰম কৰিছিল। এদিন নগলেই খং কৰিছিল। সামান্য বস্তু এটাও সযতনে থৈ দিছিল। কিন্তু তেনে হোৱাই জানো স্বাভাৱিক নহয়? ছোৱালীজনীক দুদিন পাচত বিয়া কৰাম, গতিকে যি কোনো মাকে তেনে ব্যৱহাৰেই দেখুউৱা উচিত। মৰম থাকক বা নেথাকক—এটা স্বাৰ্থ। সম্বন্ধ কৰাৰ স্বাৰ্থ। কিন্তু এতিয়া? এতিয়া আৰু তেনে ব্যৱহাৰ পাম জানো? কিহৰ আশাত কৰিব? আৰু ময়েইবা সেই মৰম কি অধিকাৰত আশা কৰিম?

তাৰ পাচত পুৰা এসপ্তাহ ঘৰতে সোমাই থাকিলোঁ। উঃ! সেই কেইদিন যে কি কষ্ট! পাচত ভাবিলোঁ—এইবোৰ সকলো ভাব-প্ৰৱণতা। সম্বন্ধ হৈ যোৱাৰ পাচত তেনে হোৱা হলেও এটা কথা আছিল এতিয়া কেৱল কথাৰ বিনিময়, অন্তৰৰ বিনিময়। তাততো দেশ-দস্তুৰ মতে, বিধি নিয়ম মতে, ধৰ্ম-শাস্ত্ৰ মতে আমাৰ কোনো সম্পৰ্ক গঢ়ি উঠা নাছিল। সেইবোৰ কেৱল ভাৱ-প্ৰৱণতা, নিচক মূৰ্খালি।

এসপ্তাহৰ পাচত এদিন দেখোন হঠাৎ মোৰ ঘৰত মাক—অলকাৰ মাক উপস্থিত! ভাবিলোঁ অলকাক দিয়া অসংখ্য উপহাৰবোৰৰ কথা ক'ব—সেইবোৰ ঘূৰাই আনিব লাগে। সেইবোৰ এতিয়া তাত থকা অৰ্থহীন কথা।

অলকাৰ মাকে মোৰ চকুলৈ ক্ষন্তেক চালে, তাৰ পাচত একো নুবুজাৰ দৰে সুধিলে—আমাৰ ঘৰলৈ যোৱা নাই কিয়?

কিয়—সেই কথাৰ উত্তৰ বুজাই ক'ব লাগে? হয়তো ভদ্ৰতাৰ খাতিৰতে কৈছে কথাষাৰ। গতিকেময়ো তেনে সুৰতে কলোঁ—এনেয়ে। যাব লাগিব।

উত্তৰত অলকাৰ মাকজনী দেখোন কাষচাপি আহিল, তাৰ পাচত কি আচৰিত—সক ল'ৰাৰ দৰে মোৰ মুৰত হাত ফুৰাই দি হুকহুককৈ কান্দি উঠিল মানুহজনী। আচৰিত কথা—অলকাৰ মৃত্যুৰ দিনাও তেনেভাবে কন্দা নাছিল তেওঁ। তাৰ পাচত কান্দি কান্দিয়েই ক'লে—তুমিও গুচি আহিলে মই কেনেকৈ থাকোঁ?



ঘটনাটো ঘটিছিল এদিন ফাকুৱা। মোৰ সৰু ল'ৰাটোৱে ওচৰ-চুবুৰীয়া ভদ্ৰলোক এজনক ৰঙতে ৰং দি খং তুলি লোৱা এটা সৰু ঘটনা।

বাৰু, তাৰ আগতে এটা প্ৰশ্ন কৰোঁ—আপোনাৰ কোনোবা শত্ৰু কেতিয়াবা বিপাঙত পৰিছেনে? শত্ৰুপক্ষ বিপাঙত পৰা দেখিলে আপোনাৰ কেনে লাগে বাৰু?

কিন্তু ঠোৰতে কৈ থওঁ—মোৰ কোনো শত্ৰু নাই, থাকিব নোৱাৰে। মোৰ কোনো নাম-গুণ নাই যে আনৰ ঈৰ্ষা লাগিব। সা-সম্পত্তি নাই, ৰূপতো নায়েই আৰু স্বাস্থ্য-শ্ৰীও পুতৌ লগা নহলেও হিংসা নলগা। চুৰিয়াথনৰ আগটো ধৰি নিয়মীয়াকৈ সাধাৰণ তলতীয়া চাকৰি এটালৈ বুলি অহা-যোৱা কৰা মই এজন নিৰীহ মানুহ। জোতা এযোৰ অৱশ্যে পিন্ধো, নহলে দেখোন আপুনিয়েই ক'ব—কথা বেয়া, এওঁ কিবা এটি মহৎ সাধনা লৈছে দেই। এষাৰত ক'বলৈ গলে উচ্চাকাংক্ষা নথকা, কোনোমতে পেট প্ৰবৰ্ত্তাই থকা আৰু ওচৰ চুবুৰীয়াক আগতে মাতষাৰ লগাবলৈ হেলা নকৰা মই এজন সাধাৰণ, অতি সাধাৰণ প্ৰকৃতিৰ লোক। এনে প্ৰকৃতিৰ লোকৰ শত্ৰু নাথাকে, থাকিব নোৱাৰে।

অৱশ্যে গুণেই বোলক বা দোষেই বোলক—এবাৰ কাম এটা কৰিছিলোঁ। কিন্তু এবাৰহে, তাৰ পাচত আৰু কৰা নাই, কৰিব পৰা নাই, ইচ্ছাও নাই। তাকো বন্ধু এজনৰ খেচখেচনিত। বন্ধুৱে হাতেলিখা আলোচনী এখন উলিয়াইছিল চুবুৰীটোত। চুবুৰীটোতে আৰম্ভ আছিল সেইখন। তাত ক'বলৈ লাজেই লাগে—মোৰ কবিতা এটা (আচলতে পদ্যহে হ'বলা) ওলাইছিল। নিতান্তই সাধাৰণ লিখা—উপদেশমূলক। শত্ৰুৱে অপকাৰ কৰিলেও তেওঁক ক্ষমা কৰিব', কাৰণ তেৰোঁ মানুহ—ঠিক এনে এটা বিষয়ৰ কবিতা। পঢ়ি দুই-একে কৈছিল—ভাল হৈছে। দুই-একে কৈছিল—বেয়া

হোৱা নাই। এজনে আকৌ কৈছিল—এইদৰেই হয়, পাৰিব, আৰু লিখক। কিন্তু ক'ত আৰু লিখে? তেনে উচ্চাকাংক্ষা মোৰ নাই বুলি আগতে কৈছোঁৱেই। প্ৰায় ছমাহৰ আগৰ কথা। বন্ধুজনে ইতিমধ্যে গেলামালৰ দোকান এখন দিব লগা হোৱাত পৰিকল্পনাটো সিমানতে গেলি গ'ল।

আচলতে এই বন্ধুজনক লৈয়েই ঘটনাটো। ফাকুৱাৰ দিনা ৰং নলওঁ বুলি তেওঁ দোকানৰ খিড়িকীয়েদি মুখ উলিয়াই ল'ৰাহঁতৰ ৰং খেলা চাই আছিল। আৰু মোৰ সৰু ল'ৰাটোও যে! কিবা এটা কিনাৰ চলেৰে পোনেই সোমাই গৈ বোলে দোকানীজনৰ (পূৰ্বৰ সম্পাদক) পিঠিফালে দিলে বহুৱাই কেঁচা অমিতা এবকলাৰে তৈয়াৰী ষ্টাম্পটো—গৰু!

তাৰ পাচত কি ঘটিল সম্ভৱ ধৰিবই পাৰিছে। পোনচাটেই মোৰ পদূলিমুখ। নহয়, ষ্টাম্পটো মৰাত তেওঁ বেয়া পোৱা নাই, (তেওঁৰ কামিজ কিবা এটানে?) বেয়া পাইছে ষ্টাম্পৰ আখৰ কেইটাত। কৃষ্ণ, হৰি ইত্যাদি কিমান ভাল নাম আছে। বাছি বাছি সেই ষ্টাম্পটো দিবলৈ পালেগৈ তেওঁক! মই কথাটো লঘু কৰিবলৈ কলোঁ যে আচলতে ভাল মানুহ বেয়া মানুহ বাছ-বিচাৰ কৰিব নাজানি মোৰ ল'ৰাটোৱেহে গৰুৰ পৰিচয় দিছে। চুবুৰীটোৰ সকলো কথাতে আগ ভাগ ল'বপৰা আৰু হাতেলিখা হলেও আলোচনী এখন উলিয়াব পৰা মানুহ এজন গৰু হ'বই নোৱাৰে।

আলোচনীখনৰ উল্লেখত বন্ধুজনে মোলৈ এবাৰ ঘোপাকৈ চালে—যেন ল'ৰালি আৰু পইচা নহা সেই কামটো তেওঁৰ জীৱনৰ এটা ডাঙৰ অপবাদ! তাৰ পাচত তেওঁ কাষচাপি আহিল। বুজিলোঁ—মোৰ ব্যাখ্যা তেওঁৰ সমূলি মনঃপুত হোৱা নাই, খঙত মুখখন ৰঙা পৰি উঠিছে। তাৰ পাচত হঠাৎ বিপাঙত পৰি গ'ল বন্ধুজন—মোক কিবা এটা ক'ব খুজিছে। নহয়, কিবা এষাৰ গালি পাৰিব খুজিছে কিন্তু

উপযুক্ত বিশেষণ এটা বিচাৰি পোৱা নাই। তাৰ পাচত তেওঁ আৰু কাষচাপি আহিল, ওঁঠ দুটা কঁপি উঠিল, লগে লগে উচ্চাৰণ কৰিলে—শ্যালা!

নহয়, আৰু এটা শব্দ লাগে—এটা বেয়া বিশেষণ। কি বুলি কোৱা যায়! বেয়াও নহয়, অথচ ভালো নহয়, এনে এক সাধাৰণ লোকৰ গাত প্ৰয়োগ কৰিবলৈ হঠাতে বিশেষণ এটা উলিয়া কেনে কষ্টসাধ্য সেইদিনাহে বুজিলোঁ।

বন্ধুজনৰ ওঁঠ দুটা আকৌ কঁপিলে, তাৰ পাচত তেওঁ যাবলৈ ভৰি দাঙি হঠাৎ মোৰ বেয়া বিশেষণ এটা আবিষ্কাৰ কৰাৰ দৰে কৈ উঠিল—শ্যালা কবি!



বুঢ়াটোলৈ চাই চাই মোৰ সেই একেটা কথাই আকৌ মনত পৰিল—অথিৰ ধন-জন, অথিৰ যৌৱন।

পিচে আচলতে সেইটো বুঢ়া মানুহ নহয়—বুঢ়া মানুহৰ এটা মূৰ্ত্তিহে। মাটিৰে সজা নিখুঁত এটা বুঢ়া মানুহৰ মূৰ্ত্তি। ইমান নিখুঁত যে ঈশ্বৰে কৰা বুঢ়া মানুহৰ গঢ়ত কিবা খুঁত বা ফাঁকি থাকিলেও এইটোৰ নাই। চুলিত পক, হাত খৰক-বৰক, কপালত ৰেখা আৰু চকুত লিখা—কি হ'ব, জীয়াই থাকি হ'ব কি!

বিৰাট প্ৰদৰ্শনীখনৰ এচুকত কোনোবা শিল্পীয়ে সাজি থোৱা বুঢ়াৰ মূৰ্ত্তিটোলৈ চাই চাই মোৰ সেই একেটা কথাই মনত পৰিবলৈ ধৰিলে—অথিৰ ধন-জন, অথিৰ যৌৱন। হেজাৰ-বিজাৰ দৰ্শক—ল'ৰা বুঢ়া, ডেকা। অহা আহিছে, যোৱা গৈছে।

বুঢ়াৰ মূৰ্ত্তিটোৱে মোৰ মনটো হঠাতে কিবা সেমেকাই পেলালে। নির্জন চুক এটাত থুতৰিত হাত এখন থৈ কেৱল ভাবিলোঁ কি হ'ব, এইবোৰ ৰং-ৰূপ চাই হ'ব কি! এৰা, ময়ো জানো সেই বুঢ়াটোৰ নিচিনাই এদিন নহ'মগৈ। তেতিয়া পৃথিবীখন বাৰু কেনেকুৱা লাগিব? আজি মৃত্যুলৈ ভয় কৰিছোঁ, সেইদিনা মৃত্যুক হয়তো আহ্বান কৰিম। আজি মৃত্যুৱে মোলৈ ভয় কৰে, সেইদিনা মৃত্যুৱেই মোৰ ডিঙিত হেঁচি ধৰিব। বাৰু, বাৰ্দ্ধক্য যদি ভয় লগাই, তেন্তে বৃদ্ধ কবি এজনে তেওঁৰ লগতে বুঢ়া হ'বলৈ আমাক কিয় পৰামৰ্শ দিছে? হয়তো ঈর্ষা-পৰায়ণ হৈ। এক প্ৰাচ্য কবিয়েও সেই ভাবেৰেই দুখ কৰিছে— বুঢ়া হলোঁ, চুলি পকিল—তাত দুখ নাই, কিন্তু বুঢ়া হোৱা দেখি সুন্দৰী যুৱতীগৰাকীয়েযে পিতা বুলি মাতিলে, সেইটোহে পৰম দুখ।

কিন্তু প্রদর্শনী চাবলৈ অহা সৌ গাভৰুজনীয়ে বাৰু মোলৈ এইদৰে কিয় চাই আছে? চকুত তাইৰ কিঞ্চিৎ যেন বিদ্রূপৰ হাঁহি। হয়তো তায়ো বুঢ়াৰ মূৰ্ত্তিটো দেখি আহিছে। দেখি আহি সোঁৱৰাই দিব খুজিছে হ'বলা—দেখিছাই নহয়, অথিৰ যৌৱন!

কি আচৰিত—ছোৱালীজনী দেখোন মোৰ ফালে চাই আৰু এখোজ আগবাঢ়ি আহিল। কি লাগে তাইক? তাইৰ চকুত যেন এটি আহ্বান—আহা, অথিৰ যৌৱন। অথিৰ এই সংসাৰ। ওঁহো, আঁতৰি নাযাওঁ। তাইনো কি কৰে চায়েই থাকোঁ।

কিন্তু নহয়, তাইৰ চকুত আৱাহনী দৃষ্টি নাই, বিদ্রূপপূর্ণ দৃষ্টিও নাই,সেই দৃষ্টিত আছে যেন কিবা এক বিশ্লেষণ। হয়তো জানিব খুজিছে—সেই বুঢ়াৰ অৱস্থা পাবলৈ মোৰ আৰু কিমান বাকী। হয়তো চাব খুজিছে—সেই অৱস্থা পালেগৈ মোক কেনেকুৱা দেখাব।

আচৰিত—নির্লজ্জৰ দৰে চায়েই আছে ছোৱালীজনীয়ে। কি চাইছে ইমানকৈ? হয়তো দেখাত মই তাইৰ চিনাকি কোনোবা এজন মানুহৰ দৰে! কিন্তু ক'তা, ভুলতো মাতিব খোজাৰ কোনো লক্ষণ

তাইৰ চকুত ফুটি উঠা নাই কিয় ? তেন্তে ভাল দেখি ? কিন্তু ভাল দেখিলেনো ইমান বুৰ্বকৰ দৰে চাই থাকেনে ? বুজিলোঁ, মোৰ মুখত নিশ্চয় নেদেখাকৈ কিবা এটা দাগ লাগিছে। সেইবাবেই হয়তো ছোৱালীজনীৰ দৃষ্টিত ভাল লগা, বিদ্রূপ, বিশ্লেষণ—এই তিনিওটা মিহলি হৈ আছে। ভবাৰ লগে লগে স্বতঃস্ফূৰ্ত্তভাবে মোৰ হাত এখন জেপত সোমাই গ'ল আৰু তৎমুহূৰ্ত্তেই ওলাই আহিল এখন ৰুমাল লৈ। ৰুমালখন মুখলৈ আগবাঢ়িছে মাত্ৰ, ছোৱালীজনীয়ে তেনেতে হাঁহি চিঞৰি উঠিল—অ' মূৰ্ত্তি নহয় !



বেলখন এতিয়াও এৰা নাই—আৰু আধা ঘণ্টা বাকী। পেহীদেউক নিশ্চয় ষ্টেশ্যনতে পামগৈ।

ইমান এটা ডাঙৰ খবৰ নিদিয়াকৈ পাৰিনে ? কাইলৈ ওলাব—শুনি পেহীদেৱে কিমান ৰং পাব ! খবৰটো নাপালে তেওঁৰ যে ওৰে বাটটো মনটো উচপিচাই থাব। নহয়, দিবই লাগিব ষ্টেশ্যনতে গৈ খবৰটো।

পেহীদেৱে লিখা প্ৰবন্ধ এটা কাইলৈ 'আগমনী'ত ওলাব। লেখিকা হিচাপে পেহীদেউৰ নামটো থাকিলেও আচলতে প্ৰবন্ধটো আমি সমূহীয়াভাৱে লিখিছোঁ। মই পুৰণি আলোচনী আৰু কিতাপ-পত্ৰ ঠিক কৰি দিছোঁ আৰু সম্পাদকৰ হাতে হাতে প্ৰবন্ধটো দি আহিছোঁ। পেহাদেৱে দিছে প্ৰবন্ধটোৰ পইণ্টচবোৰ। লিখাৰ পাচত সেইটো শুধৰাই দিছে গৃহ-শিক্ষক ভট্টাচাৰ্য্য মাষ্টৰে। কপি কৰি দিছে পেহীদেউৰ ভনীয়েক অৰুণাই। লিখা কলমটো অৰুণাৰ

ভায়েক তপনৰ। ইত্যাদিৰ সমূহীয়া প্ৰচেষ্টাত প্ৰবন্ধটো হৈ উঠিল : ব্ৰহ্মপুত্ৰ আৰু ইয়াৰ উৎপত্তি। কাইলৈ ওলাব 'আগমনী'ত।

গতিকে ইমান এটা ডাঙৰ খবৰ নিদিয়াকৈ পাৰিনে? নহ'লে তেওঁযে খবৰটো নোপোৱাকৈয়ে বৃন্দাবন পাবগৈ এইখন বেলেৰে। পেহাদেৱো ওলাইছে লগত। তীৰ্থ কৰিবৰ সময় হোৱা নাই যদিও বৃন্দাবন-কাশী-মথুৰা চাবলৈ তেওঁৰ বহু দিনৰ হাবিয়াস। তাতে পেহাদেৱে সতকাই ছুটীও নাপায়।

খবৰটো শুনি পেহীদেউজনী চাগৈ বাউলী হৈ পৰিব। আৰু নহ'বইবা কিয়—প্ৰথমবাৰৰ বাবে তেওঁৰ নামটো ছপা হৈ ওলাব। কিমান মানুহে জানি যাব তেওঁৰ নামটো!

কণু, জুনু আৰু জিতাও গৈছে—কেনেকৈনো এৰি যায় ল'ৰা-ছোৱালী কেইটা! থৈ গৈছে মাত্ৰ মাজু ল'ৰা তুনুক। এই এমাহ তুনু আমাৰ ঘৰতে থাকিব! তাক লগত নিনিয়াৰ কাৰণ—সি যেতিয়াই তেতিয়াই থেনথেনাই থাকে। কিন্তু ভিতৰুৱা কাৰণটো হ'ল—তাৰ নাকৰ ওপৰত জন্মৰপৰাই থকা টেমুনাটো। এনে আপচু টেমুনাটো—অপাৰেশ্যন কৰিব লাগিব হেনো। সেইটো কি, কিয় হ'ল, বিষায় নেকি—ইত্যাদি প্ৰশ্নৰ উত্তৰ দি দি পেহীদেউৰ মুখ বুটি হ'ল। সেইবাবে অলৈ-তলৈ গলে লগত পৰাপক্ষত নিনিয়েই তুনুক।

কথমপিহে পালোঁগৈ। পেহীদেউহঁত বেলত উঠিলেই। বাকী আগবঢ়াবলৈ যোৱা গোটেইবোৰে বেলৰ কুঠৰীটোৰ মুখত জুম বান্ধিছে। মাৰ কোলাত তুনু—হাতত বেলুন এটা লৈ বেচেৰা ব্যস্ত।

'পেহীদেউ! সাংঘাটিক ভাল খবৰ। আগতে তামোল এখন দিয়া।'

'ওলালহি খটাসুৰটো!'

তামোলখন মুখত ভৰাই খবৰটোৰ প্ৰতি সকলোকে উদ্বিগ্ন কৰিবলৈ প্ৰথমে এবাৰ পাগুলি ললোঁ, তাৰ পাচত পিক মোকোৰা পেলালোঁ।

'নকৰ কেলেই—ৰেল এৰিবই এতিয়া।'

ৰেলৰ দীঘলীয়া উকিটো কাণত পৰিলহি। লগে লগে গাৰ্ডৰ হুইছেল বাজিল।

'ধাঃ! নালাগে ক'ব।' পেহীদেউ অতীষ্ঠ হৈ উঠিল। মই উদ্বিগ্নতা বঢ়াবলৈ ক্ষন্তেক নীৰৱে ৰলোঁ, তাৰ পাচত সকলোৱে শুনাকৈ বায় দিয়াৰ দৰে উচ্চাৰণ কৰিলোঁ :

'কাইলৈ আগমনীত ব্ৰহ্মপুত্ৰৰ উৎপত্তি হ'ব।'

কথাটো বুজিবলৈ পেহীদেউৰ বেছি পৰ নালাগিল। আনন্দত তেওঁৰ চকু দুটা তিৰবিৰাই উঠিল।

লগে লগে তেওঁ মোক কাষলৈ মাতি নি কলে—'শুন।'

মই কাষচাপি কলোঁ—'চিন্তা নকৰিবা। আগমনী একপি কাইলৈকে পঠাই দিম।'

পেহীদেউৰ চকু দুটা চলচলীয়া হৈ উঠিল। তেওঁ মোৰ কাণৰ ওচৰলৈ মুখখন আনি কলে—'পঠাবি বাৰু। পিছে কথা এটা শুন।'

'আৰু একপি পেহাদেউৰ নামত পঠাব লাগিব—এয়েতো ?'

'নহয় অ'—শুনচোন।' পেহীদেউৰ চকুৰপৰা দুটোপা পানী বাগৰি আহিল—'শুন—তুমুক—তুমুক ভালকৈ চাবি দেই !'

কোৱাৰ লগে লগে পেহীদেৱে চাদৰেৰে চকু দুটা ঢাকিলে। ইতিমধ্যে ৰেলখনৰ চকা ঘূৰিল—খচখচ খচখচ।



মোৰ এখন চাইকেল আছিল। সেউজীয়া ৰঙৰ দামী এখন ৰেলী চাইকেল।

কলেজৰপৰা আহিয়েই মুখ-হাত ধোৱাৰ আগতে মই চাইকেল-খনহে চাফ-চিকুণ কৰি লওঁ। টায়াৰত গোবৰ অকণ লাগি থাকিব নোৱাৰে আৰু মাডগাৰ্ডত অকণ বোকা, নাইবা ফ্ৰেমটোত এচাহি বালি। . তেনে আপদাল দেখি ভিতৰৰপৰা কণুৱে সদায় ক'ব— 'চাহ ইফালে বৰফ হ'ল, সেই পাটতে আৰু কিমান লাগি থাকা ককাইদেউ?' তেনেবোৰ উক্তি এদিনীয়া নহয়, গতিকে তালৈ কৰ্ণপাত নকৰোঁ। চাফা কৰা শেষ নহয় মানে নুঠো।

আৰু ইমান মৰমৰ নহ'বই বা কিয়? গোটেই ক্লাছৰ ভিতৰতে মোৰ খনেই আটাইতকৈ দামী চাইকেল। আৰু দামী বুলিয়েই নহয়, মৰমৰ বুলিও চাইকেলখন মই এক মুহূৰ্ত্তলৈও কাকো এৰি নিদিওঁ।

কিন্তু জানে—সিমান মৰমৰ চাইকেলখন মই সিদিনা বেচি দিলোঁ। টকাৰ বাবেই বেচিলোঁ যদিও অকল টকাৰ বাবেই নহয়। কিবা এটা যেন ভাবপ্ৰৱণতা!

কণুৰ লগৰ ছোৱালী এজনীৰ জন্মদিন। তাৰ আগৰবাৰৰ জন্মদিনত কণুৱে হেনো এইবুলি কথা দি থৈছিল ছোৱালীজনীক— দীপা, অহা বছৰলৈও তোমাৰ জন্মদিনটো যদি পাওঁ, মই তোমাক এটা হাত ঘড়ী দিম --প্ৰমিছ!

অহা বছৰলৈও বুলি কোৱাৰ অৰ্থ আছিল দুটা—তুমি যদি নমৰা। কিন্তু তাতোকৈ ডাঙৰ অৰ্থ—তোমাৰ যদি বিয়া হৈ নাযায়। আৰু সাক্ষাৎ ৰাজকুমাৰ এটি পালেও কণুৰ আগতে দীপাই হেনো বিয়াত মত নিদিয়ে। ইত্যাদি কাৰণত দুয়োজনীৰে ভীষণ মিল।

কিন্তু ঘড়ীটো? মা-দেউতাক ক'লেইতো ধমক খাব। গতিকে চকুপানী টুকি মন মাৰি বহি থকাৰ বাহিৰে উপায় কি? আৰু নাৰীৰ চকুপানী দেখিলে পুৰুষৰ বীৰত্ব আৰু মহত্ব আৰু বদান্যতা জাগি উঠাটো সৰ্বজনবিদিত কথা। গতিকে মোৰ মুখৰপৰা হঠাৎ ওলাই গ'ল:

'চাইকেলখনকে বেচি দিওঁ দে! নাই বুলিও টকা দুশতো পাম!'

'দেউতা-মাই খাব !'

'ক'ম—চুৰি হ'ল ! আৰু চাইকেলনো চুৰি নহয় কাৰ ?'

'ইঃ ! ইমান মৰমৰ বস্তুটো !'

'এখন চাইকেল যাব, আৰু এখন পাম। কিন্তু দীপাঞ্জনীক জানো সদায় পাই থাকিবি ?'

ৰুণুৱে ভিতা চকুৰে মোলৈ চাই কিবা এটা ভাবিলে, তাৰ পাচত সৰুকৈ কলে—'জা-নো !'

আৰু যেতিয়া হ'বলগীয়া থাকে, সকলো হৈ যায়। চাইকেল দোকানীজনৰো চাইকেলখন তৎক্ষণাত পছন্দ হৈ গ'ল আৰু তেওঁ দুশ টকা দিবলৈ আপত্তি নকৰিলে।

গতিকে সকলোৱে নিজৰ নিজৰ প্ৰাপ্যখিনি পাই গ'ল। ৰুণুৱে পালে কথা ৰখাৰ সন্মান, দীপাই পালে ঘড়ীটো, পৰি থকা ঘড়ীটোৱে পালে সুন্দৰ এখন হাত আৰু মই পালোঁ মা-দেউতাৰ ভিতা কেঁহা মাত—'ওপৰ চকুৱা ! অসাৱধান !'

তাৰ পাচত—বহুত দিনৰ পাচত আমাৰ ঘৰলৈ আহক এজন মানুহ। বীমা কোম্পানীৰ এজেণ্ট। দেউতাৰ লগত জীৱন-বীমাৰ কিবা-কিবি কথা কৈ থাকোঁতে ৰুণুৱে হেৰোৱা বস্তু এটা হঠাতে ঘূৰাই পোৱাৰ আনন্দৰে মোক একাষৰীয়াকৈ মাতি নি ফুচফুচাই কলে—'আমাৰ যে চাইকেলখন ! চোৱাহিচোন—চোৱাহি।'

ওলাই গলোঁ। সঁচা—মোৰ পূৰ্বৰ সেউজীয়া ৰঙৰ ৰেলী চাইকেলখন ! কিন্তু চেহেৰা তেনেই বদলি গ'ল, যেন আগতকৈও চিকুণহে হৈছে। ছেডলখনত এখন কভাৰ। পিচফালে এখন কেৰিয়াৰ আৰু তাৰ তলত ৰঙা এটা ৰেক লাইট।

'সাউডকৈ চিনাই টান।' মই হাঁহি কলোঁ—যেন ভালেই হৈছে, কিন্তু ৰুণুৱে নাহাঁহিলে। তাই হাতৰ চেকটি পিনটোৰে ওঠ দুটা খুচি খুচি কলে—'একেবাৰে নিজৰ কৰি পেলালে !'

'টকা দি কিনি ললে নিজৰে হৈ যায়!' মই সকৈকৈ হুমুনিয়াহ এটা কাঢ়ি আঁতৰি আহিলোঁ।

এজেণ্টজনে কথা শেষ কৰি বিদায় ললে। তাৰ পাচত গৰ্বেৰে তেওঁ চাইকেলখনৰ কাষ পালেগৈ কিন্তু লগে লগে তেওঁ চিঞৰি উঠিল—'কোনে ফুটালে? মোৰ চাইকেলখনৰ চকা দুটা কোনে ফুটালে—দেখিছা!'



সম্পাদকে মোৰ চকুলৈ চাওঁতেই মই কৈফিয়ৎ দিয়াৰ সুৰত কলোঁ—'আজিও নাপালোঁগৈ। ঘৰলৈ গলেও লগ নাপাওঁ। ক'ত যে ঘূৰি ফুৰে!' সম্পাদকে সহানুভূতিহীন হাঁহি এটাৰে কলে, 'ব্যস্ত সমাজ-সেৱিকা ঘূৰি ফুৰাই স্বাভাৱিক।' তাৰ পাচত গধুৰ চছমাযোৰ পিন্ধি কাগজ-পত্ৰবোৰত ব্যস্ত হৈ পৰিল, এনে এটা ভাব— ৰক্ষা নাই, যেনে-তেনে গোটাবই লাগিব।

সমাজ-সেৱিকা ৰত্না দেৱী ফুকননীৰ ব্যক্তিগত সাক্ষাৎ লৈ আমাৰ কাগজৰ বাবে ৰিপোর্ট এটা তৈয়াৰ কৰিব লাগে। তেওঁ সমাজ-সেৱাৰ বাবে পদ্মশ্ৰী উপাধি পাইছে। বহুত প্ৰখ্যাত ব্যক্তিৰ সাক্ষাৎ লৈছোঁ কিন্তু এনে ব্যস্ত লোক আৰু পোৱা নাই। এক তিল সময় যদি ঘৰত থাকে! অথচ বৃদ্ধা, কমেও হেনো ষাঠি বছৰ বয়স।

আবেলি ৰাজহুৱা সভা এখন আছিল—সেইখনো 'কভাৰ' কৰিবগৈ লাগে। ৰাতি পলমকৈ গলেই ফুকননীক পোৱা যাব বুলি ঠিক কৰি বেজবৰুৱা হললৈ ওলাই গলোঁ।

মোৰ জীৱনত এই পৰ্য্যন্ত আটাইতকৈ চমকপ্ৰদ মুহূৰ্ত্ত আছিল এটা।

পণ্ডিত নেহৰুক আচম্বিতে লগ পোৱা সেই মুহূৰ্ত্তটো। মাথোন এটা মুহূৰ্ত্তৰ বাবে নিচেই কাষতে এদিন পাইছিলোঁ পণ্ডিত নেহৰুক। ইমান ওচৰৰপৰা আন কোনেও পোৱা নাছিল বুলি মোৰ কেমেৰাত ধৰা পৰা পণ্ডিত নেহৰুৰ ছবিখনে তোল-পাৰ লগাই দিছিল সেইদিনা। পণ্ডিত নেহৰু সেইদিনা বিমানখনৰ পৰা নামিছিলহি মাথোন।

আৰু দ্বিতীয় চমকপ্ৰদ মুহূৰ্ত্তটো ঘটিল আজি এই আবেলি। ফুকননীৰ ঘৰলৈ বাতি গৈ কেনেকৈ ঘূৰিম, চিটি বাছ পামনে নাই ইত্যাদি কথা চিন্তা কৰি বহি থাকোঁতে হঠাৎ দেখোঁ— প্ৰথম শাৰীত বহি আছে স্বয়ং ৰত্না দেৱী ফুকননী।

এনে অপ্ৰত্যাশিতভাবে বৃদ্ধা ফুকননীৰ ঠাইত মোৰ দিপলিপ মানসীক দেখা হলেও মই কিজানি সিমান চমকৃত আৰু পুলকিত হৈ উঠিলোঁহেঁতেন। সেই মানসী—যাৰ ওঁঠত গোটেই পৃথিবীৰ ফুলৰ পৰা তিলতিলকৈ বঙাবোৰ আহি একে ঠাইতে থুপ খাইছে। সেই মানসী, যাৰ মাতটো— থাওক বাৰু এতিয়া মানসীৰ কথা।

ফুকননীৰ কাষলৈ উঠি গলোঁ। কাণে কাণে মোৰ উদ্দেশ্যটোৰ কথা কলোঁ। আৰু কি সৌভাগ্যৰ কথা—তেখেত তৎক্ষণাত সন্মত হ'ল। কলে—'সোধা কি সুধিব খুজিছা।'

'কিন্তু ইয়াতযে সুবিধা নহ'ব। ব'লক, আপোনাৰ ঘৰলৈকে যাওঁ।'

ফুকননীয়ে মোৰ চকু দুটালৈ চালে, আৰু কিবা যেন মৰম লাগি গল, এনে সুৰত কলে—'এঃ! মিছাকৈয়ে কষ্ট হ'ব তোমাৰ। ল'ৰা মানুহ!'

মই পেটে পেটে ভালেই পালোঁ!

'তেন্তে ব'লক—সৌ ওপৰ মহলাৰ নিৰ্জন কোঠা এটালৈ যাওঁ। ইয়াত ইমান হুলস্থুল!'

ফুকননী সন্মত হ'ল। মোৰ কান্ধত ভৰ দি চকিখনৰ পৰা উঠিল, তাৰ পাচত মোৰ পাচ ললে।

সভাঘৰৰ মাজৰপৰা ওলাই আহোঁতে মই সমবেত জনতাৰ ফালে চালোঁ—জানোচা মানসীও আহিছে। আহিছে যদি মোক দেখিছেনে বাৰু—বিখ্যাত সমাজ সেৱিকা গৰাকীৰ লগত এইদৰে আহি থকা ?

অকলশৰীয়া কোঠাটো পাই ফুকননীক আস্তে-ব্যস্তে বহিবলৈ দিলোঁ, তাৰ পাচত পকা চুলিবোৰলৈ চাই সুধিলোঁ—'আপোনাৰ কিমান বয়স হৈছে বাৰু, আইতা ?'

উত্তৰটো পোৱাৰ লগে লগে মোৰ কিবা এটা দুখ লাগি গ'ল— ফুকননী আমাৰ মাতকৈ যথেষ্ট ডাঙৰ, অথচ এতিয়াও কিমান ভজবজীয়া। আৰু আমাৰ মা ? এদিন কঁকালৰ বিষ, এদিন মুৰ কামোৰণি !

ফুকননীয়ে কলে—'আৰু কি লাগে সোধা !'

তলৰ সভাঘৰৰ পৰা মাইকত কোনোবা এজনে বক্তৃতা দিছে— ইমান টেটু ফালি চিঞৰিছে ! মই ফুকননীৰ নিচেই কাষচাপি প্ৰশ্ন কৰিলোঁ—'বাৰু কওকচোন—পদ্মশ্ৰী উপাধিটো পোৱা বুলি শুনি প্ৰথমে আপোনাৰ কেনে লাগিছিল।'

ফুকননীয়ে এবাৰ হাঁহিলে, তাৰ পাচত কিবা এটা ক'ব খুজি আমনি পোৱাৰ দৰে বৈ গ'ল—তলৰ চিঞৰ বাখৰবোৰৰ বাবেই যেন ক'ব পৰা নাই।

মই খিড়িকী এখন জপাই দি কাষচাপি গলোঁ—'কওক এতিয়া !'

ফুকননীয়ে বন্ধ খিড়িকীখনৰ ফালে চাই আকৌ আমনি পোৱাৰ দৰে কলে—'এঃ থাওক দিয়া এতিয়া। মই এটা লিখি পঠাম।'

সভা এখন বহিছে বুলিয়েই ইমান গণ্ডগোল হ'ব লাগেনে— কথা এষাৰ পাতিব নোৱাৰি ! আমাৰ মানুহবোৰোযে ! অথচ এনে সুবৰ্ণ সুযোগ এটা আকৌ ঘূৰাই নাপাওঁ। গতিকে মই ইখন খিড়িকীও জপাই দিলোঁগৈ।

ফুকননী ইতিমধ্যে দেখোন থিয় হ'ল, তাৰ পাচত যাবলৈ উচাঁপিচ লগাই কলে—'এতিয়া থাওক হে। মই ঘৰৰ পৰাই লিখি পঠাম।'

তলৰ সভাঘৰত হঠাৎ হাত-চাপৰিৰ জাউৰি। কাণ তাল মাৰি যায়। মোৰ বেয়া লাগি গ'ল—চুৱাৰখনৰ এপাট জপাই দিলোঁগৈ।

এইবাৰ ফুকননীৰ মুখখনলৈ চাই অবাক হৈ গলোঁ। তেখেতৰ মুখত এটা লাজকুৰীয়া হাঁহি।

'যোৱাঃ! তুমি যে কি ল'ৰা!'

কৈ কৈ ফুকননীয়ে মোক ঠেলা এটা মাৰি চুৱাৰখন জোৰেৰে খুলি দিলে আৰু তাৰ পাচত মোৰ ফালে পিঠি দি গপ্‌গপকৈ বাহিৰলৈ ওলাই গ'ল।



ল'ৰাটোৰ মুখখন ভালকৈ দেখা নাই—সি বাহিৰৰ পিনে চাই গৈছে। এটা সাত-আঠ বছৰীয়া ল'ৰা। মুখখন দুৰ্বল আৰু ক্ষীণ। বহুত দিন যেন সি হাঁহা নাই। কাষত বহাজনী মাক হ'বলা।

বাছখন একে গতিত যাব লাগিছে। মাক—পুতেকহাল ক'ত নামিব জানো—তেতিয়া বহিবলৈ ঠাই অকণমান পাওঁ। মাজে মাজে জোকাৰণিত ল'ৰাটোৰ মুৰটো মাকৰ বাহুত লাগিছেহি। সি যেন ইচ্ছা কৰিহে বাহুটোত আঘাত কৰিছে, এনেভাবে মানুহজনীৰ চকু দুটা ঘোপা হৈ উঠিছে আৰু ফুটাই নকলেও মুখৰপৰা ওলাওঁ ওলাওঁ—'এই পাট!'

'চা চা! ইমান বঙা ফুলবোৰ!' হঠাতে বাহিৰলৈ আঙুলিয়াই ল'ৰাটোৱে সমৰ্থনৰ আশাৰে মাকৰ মুখলৈ চালে। মাকে অনিচ্ছাৰে

বাহিৰলৈ এবাৰ চালে—গছ এজোপাত সঁচাকৈয়ে এথোপা বঙা ফুল। কিন্তু সেইটোনো কি ডাঙৰ কথা—ফুল ফুলেই আৰু কিছুমান ফুলৰ বং বঙাই—এনেভাবে চকু দুটা ঘুৰাই আনিলে মানুহজনীয়ে।

ল'ৰাটোৱে চাগে কিমান আঘাত পালে! কিন্তু নাই পোৱা—ল'ৰাটোৱে পূৰ্বৰ দৰেই চকু দুটা বাহিৰত ৰাখি ফুলখিনিৰ সৌন্দৰ্য্য অকলে উপভোগ কৰাত লাগি গ'ল। এৰা, মাকৰ তেনে ব্যৱহাৰত ল'ৰাটো চাগৈ অভ্যস্ত।

'ভাড়া দিব—ভাড়া—' ভিৰ ঠেলি ঠেলি বাছৰ কণ্ডাক্টৰজন আগবাঢ়ি আহিল।

মানুহজনীৰপৰা ভাড়াটো লৈ কণ্ডাক্টৰজনে এবাৰ গণি চালে, তাৰ পাচত মুখস্থ ৰথাৰ দৰে প্ৰশ্ন কৰিলে—

'ল'ৰাটোৰ—? ল'ৰাটোৰ ভাড়া?'

ইমান সময় এইষাৰ কথা ক'বলৈকে যেন সাজু হৈ আছিল, তেনেভাবে মানুহজনী গৰ্জি উঠিল—'আহোঁতে বিশ পইচা দিলোঁ—এতিয়া আকৌ ল'ৰাটোৰ ভাড়া লগা হ'ল!'

'লাগিব—দুয়োজনৰে ভাড়া লাগিব।'

'কিন্তু আহোঁতেতো ল'ৰাটোৰ ভাড়া খোজা নাছিল।'

'ভুলত থাকি গ'ল হ'বলা। দিয়ক—বেছি কথা নাই।'

'সৰু ল'ৰা—তাৰো ভাড়া লাগিব?' মানুহজনীয়ে কোমল হ'বলৈ চেষ্টা কৰিলে।

মানুহজনীৰ কোমল হ'বলৈ কৰা চেষ্টাত কণ্ডাক্টৰজনৰ চকু দুটা ঘোপা হৈ উঠিল—এয়া যেন তিৰোতাৰ চিৰকলীয়া চলনা! আৰু লগে লগে তেওঁৰ মুখৰপৰা ওলাই আহিল—'সৰু ল'ৰা! ইমানটো চেঙেৰা ডেকা! ভাড়া দিবৰ পৰত চব সৰু হৈ যায়!'

বক্রোক্তিষাৰত কি যাদু লুকাই আছিল জানো—মানুহজনীৰ ওঁঠ দুটাত হাঁহিৰ দৰে কিবা এটা বিৰিঙি উঠিল, তাৰ পাচত সম্পূৰ্ণ

নতুন ভঙ্গী এটাবে তেওঁ ল'ৰাটোৰ মুখলৈ চালে। লগে লগে কি আচৰিত—খোচনিৰ পৰা টকা এটা উলিয়াই তেওঁ থিয় হ'ল।

বাছখন ৰৈছিল। মাক-পুতেকহাল নামিব ইয়াতে।

খালী হোৱা ঠাইডোখৰত সাউতকৈ বহি পৰি মই বাহিৰলৈ চালোঁ। ল'ৰাটোৰ বাউসী এটাত ধৰি মানুহজনী আগবাঢ়িছে। অনুমান হ'ল—হাতৰ খামোচটোত পইচা বেছিকৈ দিবলগীয়া হোৱাৰ খং নহয়, বৰং কিবা এটা যেন ভাল লগা—কিবা এটা যেন গৰ্ব লুকাই আছে।



কমলা খুৰীদেউৰ বগা কপালখনলৈ চাই চাই মই গোপনে আকৌ এবাৰ ভাবিলোঁ—সঁচা কথা, ঈশ্বৰে মানুহৰ প্ৰাৰ্থনা নুশুনে, নিজৰ মতেই কাম কৰি যায়। কিন্তু কেতিয়াবা সাধনা কৰি, পৰিশ্ৰম কৰি অসাধ্য কামতো মানুহ কৃতকাৰ্য্য হয় আৰু তেতিয়া সেই ঈশ্বৰে মিচিকিয়াই হাঁহি যেন কয়—এইবাৰ—এইবাৰ মই প্ৰাৰ্থনা শুনিলোঁ।

কমলা খুৰীদেউৰ উকা কপালখন। খুৰাদেউৰ মঙ্গলৰ কাৰণে ঈশ্বৰৰ ওচৰত তেওঁৰ কিমান প্ৰাৰ্থনা। প্ৰাৰ্থনা শুনি ঈশ্বৰৰ আমনি লাগি খং উঠি গ'ল হ'বলা। খুৰাদেউৰ সেই বাবেই যেন আৰম্ভ হ'ল এটা ৰোগ—দুৰাৰোগ্য। খুৰীদেৱে কিমান প্ৰাৰ্থনা জনালে কিন্তু তেওঁ কপালৰ ফোঁটটো ৰক্ষা কৰিব নোৱাৰিলে।

'মোকো মাৰি নিয়া, ঈশ্বৰ।' খুৰীদেৱে কান্দি কান্দি আকৌ প্ৰাৰ্থনা জনালে। ঈশ্বৰে কিন্তু সেই প্ৰাৰ্থনাও নুশুনিলে।

তাৰ পাচত ক'ত পালে জানো—খুৰীদেৱে হঠাতে অলপ

আৰ্চেনিক গিলি পেলালে এদিন। 'মিছা, ঈশ্বৰ নাই'—খুৰীদেৱে সেহাই সেহাই কোৱা মনত আছে। কিন্তু ঈশ্বৰ যেন লুকাই আছিল। এৰা, নহলে সেইদিনা সন্তকাই লগ নোপোৱা ব্যস্ত ডম্বৰু ডাক্তৰ সেই মুহূৰ্ত্তত বাৰু আমাৰ ঘৰৰ আগেদি পাৰ হৈ যাব লাগেনে?

ভাল হোৱাৰ পাচত ভাবিছিলোঁ—কমলা খুৰীদেউ আগৰ মানুহজনী হৈ পৰিব। ঈশ্বৰৰ বিৰুদ্ধে তেওঁ বিদ্ৰোহী হৈ উঠিব কিন্তু নহ'ল। তেওঁ আগৰ দৰেই আকৌ গোসাঁই ঘৰত সোমাল। আকৌ প্ৰাৰ্থনা জনালে। আৰু সেয়া কি প্ৰাৰ্থনা! ভক্তি গাঢ় হ'বলৈ গাত ভিতা কাপোৰ।

এইবাৰ ঈশ্বৰৰ সঁচাকৈয়ে আমনি লাগি গ'ল নেকি জানো!

খুৰীদেৱে এদিন সকৈকে অচিনাকি কাহ এটা মাৰিলে। কাহ শুনি আহিল ডম্বৰু ডাক্তৰ। পৰীক্ষা কৰি গোপনীয়ভাবে কলে—'ঠাণ্ডা সোমাইছে। এজমা ডেভেলপ কৰিছে। ভালকৈ চিকিৎসা কৰিলে আৰোগ্য হ'বও পাৰে।'

কথাবোৰ শুনি থকাৰ দৰে খুৰীদেউ ওলাই আহিল। তেওঁৰ মুখত বহুত দিনে নেদেখা হাঁহি। যেন কিবা এটা জয় কৰাৰ হাঁহি সেয়া। হাঁহি হাঁহি ক'লে—'দেখিলি? ঈশ্বৰ আছে। ঈশ্বৰে অৱশেষত মোৰ প্ৰাৰ্থনা শুনিলে।'



বাছখন এৰিবৰ হোৱা নাছিল—আৰু মানুহ লাগে। গতিকে একাষৰীয়াকৈ বহি এইমাত্ৰ কিনি অনা হাতৰ কিতাপখন মেলি

লগৌ, শিৰোনামাটো নিজৰ মনতে এবাৰ আওৰালোঁ—'আনমেৰেড মাদাৰ্ছ।' তাৰ পাচত পাতনিখনত চকু ফুৰালোঁ। আৰম্ভণিটো ভাল লাগিল। মাতৃসকল সদায়ে শ্ৰদ্ধেয়া, বিবাহিতাই হওক বা অবিবাহিতাই হওক।

তেনেতে হঠাতে এটা এচেন্সৰ গোন্ধ। তেতিয়াহে লক্ষ্য কৰিলোঁ—মোৰ কাষৰ খালী ঠাইডোখৰ অধিকাৰ কৰিছেহি এগৰাকী যুৱতীয়ে। যুৱতীৰ কোলাত এটা চাৰি-পাঁচ বছৰীয়া ল'ৰা। ভায়েক হ'বলা।

কিতাপখন জপাই কিঞ্চিৎ সঙ্কুচিত হৈ বহিলোঁ কিন্তু যুৱতীগৰাকী নলৰিল, নিজৰ প্ৰাপ্য ঠাইখিনিৰ বাহিৰে আৰু যেন নিবিচাৰে। ধুনীয়া এজনী গাভৰু! এক পলকতে বুজা যায়—বিয়া হোৱা নাই। কপালত দীঘলীয়া ফোঁট, দুডলীয়া বেণী। ল'ৰাটোৰ মুখখনৰ লগত ৰিজাই চালোঁ—সাইলাখ একে চেহেৰা। ক'ৰবাত যেন আগতে দেখিছিলোঁ ছোৱালীজনী— কিন্তু ক'ত বাৰু?

পূৰ্ণ গতিত বাছখন আগবাঢ়িছে। আৰু মই প্ৰতিটো বাছ ষ্টপতে ছোৱালীজনীৰ মুখলৈ ভয়ে ভয়ে একোবাৰ চাইছোঁ—কিজানি তেওঁ নামিয়েই যায়!

এবাৰ ছোৱালীজনীয়ে আঁৰ চকুৰে মোৰ কিতাপখনলৈ চালে, নিজৰ মনতে হয়তো পঢ়িলে—'আনমেৰেড মাদাৰ্ছ'। পঢ়ি অৰ্থটো বুজিবলৈ চেষ্টা কৰিলে। তাৰ পাচত কি হ'ল—ছোৱালীজনীৰ মুখখন দেখোন হঠাতে ৰঙা পৰি গ'ল, নাকৰ আগটো ঘামি উঠিল। কি হ'ল ছোৱালীজনীৰ!

কিতাপখন তেওঁ আগতে ক'ৰবাত পঢ়িছেনে কি বাৰু? জানোচা ইয়াত কেতবোৰ জঘন্য বৰ্ণনাই আছে। তেনে কিতাপৰ এজন নিয়মীয়া পাঠক বুলি জানি ছোৱালীজনীয়ে মোক পাৰ্ভাৰ্টেড্ প্ৰকৃতিৰ বুলি ভাবি লৈছেনেকি বাৰু? তেনে প্ৰকৃতিৰ মানুহ এজনৰ লগতে আজি বহিবহি লগা হ'ল বুলিয়েই তেওঁ শিয়ঁৰি উঠিছেনেকি?

এৰা, নহলে মই হুইঁকি বহি ঠাইখিনি উলিয়াই দিয়াতো তেওঁ আগবাঢ়ি নাহিল কিয় ?

এবাৰ ঠেকেচনিত তেওঁৰ পদুমকলি যেন হাতখনত মোৰ হাত এখন লাগি গ'ল। হাতখন আঁতৰাই আনিবৰ মন নগ'ল—এনে মুহূৰ্ত্তবোৰ জানো সদায় আহে? লক্ষ্য কৰিলোঁ—তেওঁ হাতখন আঁতৰাই নিয়া নাই। মই আঁৰ চকুৰে ছোৱালীজনীলৈ চালোঁ কিন্তু তেওঁৰ মুখত কোনো পৰিৱৰ্ত্তন নাই। মোক যেন তলে তলে পৰীক্ষাহে কৰিছে—আৰু নো কিমান আগবাঢ়া, চায়েই থাকোঁচোন।

নহয়, ছোৱালীজনীয়ে মোক যেন কিবা এটা ক'ব খুজিছে। মোৰ ফালে একোবাৰ ৰ-লাগি চাইছে। আৰু কথাটো ক'ব নোৱাৰি তেওঁ যেন ভিতৰি ভিতৰি পুৰি মৰিছে।

কিবা এটা অজুহাত উলিয়াই মাতি দিওঁ নেকি? যোগসূত্ৰ ৰূপে ল'ৰাটোতো আছেই। কিন্তু ধাঃ!

বাছখন শিলপুখুৰী পাইছেহি। ছোৱালীজনী ইয়াতে নামিব হ'বলা—কোলাৰ ল'ৰাটো থিয় কৰাই দিলে, তাৰ পাচত মোলৈ আকৌ এবাৰ চালে—কথাটো কিদৰে কোৱা যায়। কিন্তু কি কথা বাৰু? হয়তো এই কিতাপখনৰ বিষয়েই তেওঁ কিবা এটা ক'ব খুজিছে। হয়তো ইয়াৰে কোনোবা এটা অধ্যায় সাংঘাটিক ভাল লাগি গৈছিল তেওঁৰ আৰু তাকে ক'ব খুজিছে। উমৈহতীয়া কিবা এটা ভাল লাগি গলে নমতা অচিন এজনকো দেখোন সেইকথা চিঞৰি কৈ দিবৰ মন যায়!

ছোৱালীজনীৰ মনৰ অৱস্থাটো দেখি মোৰ পেটে পেটে হাঁহিও উঠিল আৰু বেচেৰীয়ে কথাটো কোনোমতে কৈ দিয়ক বুলি কিতাপখন দেখুৱাই হাতত মেলি লওঁ।

কিন্তু মোৰ লুকুৱা হাঁহিটোৰ প্ৰতিক্ৰিয়াযে ইমান ভীষণ হ'ব, ভৰা নাছিলোঁ। যুৱতীগৰাকীৰ চকু দুটা যোপা হৈ উঠিল, তাৰ পাচত

নিজু আৰু ইমানপৰে ও-ষঁা পৰ্য্যন্ত নকৰা ল'ৰাটোৰ পিঠিত এনেয়ে চকা এটা মাৰি কলে—'এনে আপদীয়া ল'ৰা! ৰবিচোন—আজিৰপৰা লগত আনো যদি! মাৰ কোলাতে এৰি আহিম—কেনেকৈ ৰাখে ৰাখি থাকিব!'

কৈ কৈ দীঘলীয়া নিশ্বাস এটা টানি নামি গ'ল ছোৱালীজনী।



যোৱা নিশা মই এটা সপোন দেখিছিলোঁ। কিযে এটা সপোন—একেবাৰে অৰ্থহীন।

এক ৰাজকুমাৰীৰ সপোন। বিৰাট ৰাজ-প্ৰাসাদৰ সন্মুখৰ এখন আহল-বহল ফুলনি। সময় সন্ধিয়া—ফুল গছবোৰত ফুলৰ সলনি ৰঙা-নীলা-সেউজীয়া পোহৰৰ চাকি। চাৰিওফালে জাক-জমক। অসংখ্য অতিথিৰ সমাগম—মন্ত্ৰী, পাৰিষদ আৰু তেওঁলোকৰ পৰিবাৰ। কিবা এটা যেন উৎসৱ—যেন ৰাজকুমাৰীৰ সেইটো জন্মদিন। দূৰৰপৰা সঙ্গীত ভাঁহি আহিছে। লগে লগে খোৱা-বোৱাবো আয়োজন। হাঁহি আৰু পাতল কথা। চাৰিওফালে এটা আনন্দৰ পৰিবেশ।

অতিথিসকলৰ মাজে মাজে লয়লাস গতিৰে ৰাজকুমাৰীৰ বিচৰণ। জীয়াঁ পাখিৰ দৰে পাতল এযোৰ সাজ। ৰংটোৰ বা কি নাম! খোপাত এশাৰী সক ফুল আৰু হাতত অভিনন্দনৰ মালা। হাত দুখন ইমান কোমল যেন ফুলৰ মালাৰ ভৰটোও সহ্য হোৱা নাই। কিন্তু আটাইতকৈ লক্ষ্য কৰিবলগীয়া—হীৰাৰ গলপতাধাৰ। ইমান উজ্জ্বল যেন এই সকলো পোহৰ, সকলো উজ্জ্বলতা ম্লান কৰি দিব।

অতিথিসকলে আগুৰি ধৰি ৰাজকুমাৰীৰ ৰূপৰ প্ৰশংসা কৰিছে। এজনে কাণে কাণে যেন কৈছে—তুমি ইমান ধুনীয়া হ'লা কিয়, যোগ্য বৰযে নোলাব। আন এজনে পৰোক্ষভাবে কৈছে—অমুক এজন ৰাজকুমাৰ তেওঁৰ বাবে বলিয়া। ৰাজকুমাৰীৰ প্ৰশ্ন—ক'ত তেওঁ? উত্তৰ আহিছে—তেওঁ আগত নোলায়, তেওঁৰ বৰ ভয়—জানোচা তোমাৰ ৰূপে তেওঁৰ চকু চাং মাৰি ধৰে। কথাবোৰ শুনি ৰাজকুমাৰীৰ ভাল লাগিছে, তেওঁ তৃপ্তিৰে হাঁহিছে।

প্ৰশংসাৰ মৃদু গুঞ্জনৰ মাজে মাজে তৃপ্তিৰ হাঁহিৰে ৰাজকুমাৰীয়ে বিচৰণ কৰিছে। সন্ধিয়াৰ বতাহ এছাটিয়ে তেওঁৰ অবাধ্য বুকুৰ কাচলিখন গুচাই দিব খুজিছে। কৃত্ৰিম মৃদু খং উঠি তেওঁৰ মুখখন আৰু ধুনীয়া হৈছে।

ৰাজকুমাৰীৰ মনত আনন্দ—সেই আনন্দ অতিথিসকলৰ মুখত বিয়পি পৰিছে। সকলোৰে মুখলৈ চাই ৰাজকুমাৰীৰ চকুত এটা যেন সকলো পোৱাৰ হাঁহি, জয়ৰ হাঁহি! দূৰত সঙ্গীতৰ লয়টো দ্ৰুত হৈ উঠিছে।

হঠাৎ যেন ৰাজকুমাৰীৰ চকু দুটা বৈ গ'ল—পদূলিমুখৰ ফালে চকু দুটা গৈ আৰু যেন ঘূৰি আহিব খোজা নাই। পদূলি মুখত এজুম মানুহ—এজুম ভিখাৰী। ফটা-ছিটা সাজেৰে মুনিহ, তিৰোতা বহুতো। দেখিলোঁ—ৰাজকুমাৰী যেন সচকিত খোজেৰে আগবাঢ়ি গৈছে। ভিখাৰীজুমক দেখি তেওঁৰ চকু দুটা আৰ্দ্ৰ হৈ উঠিছে।

তাৰ পাচত ৰাজকুমাৰীৰ কি হ'ল—তেওঁ দেখোন জুমটোৰ মাজৰ ছোৱালী এজনীলৈ ৰ-লাগি চাই আছে। এজনী ভিখাৰী ছোৱালী—ফটা সাজ, ফটাখিনি ঢাকিবলৈ মাজে মাজে একোটা গাঁঠি। ডিঙি শুদা আৰু চুলিবোৰ জপৰা।

অতিথিসকলেও যেন নিজ নিজ ঠাইৰ পৰা ডিঙি মেলি ছোৱালী-জনীলৈ চালে, তাৰ পাচত স্বতঃস্ফূৰ্ত্ত এটা গুঞ্জন—ইমান ধুনীয়া

মুখখন ! লগে লগে সকলোৱে যেন ক্ষন্তেকৰ বাবে হাঁহিবলৈ আৰু কথা পাতিবলৈ পাহৰি গ'ল ।

দেখিলোঁ—ৰাজকুমাৰীৰ মুখখন হঠাতে দেখোন ক'লা পৰি গৈছে। মুখৰ হাঁহিটো কেনিবা হেৰাই গৈছে। তাৰ পাচত তেওঁ কৰিলে কি—হঠাতে দেখোন গলপতাধাৰ খুলি হাতত ল'লে, তাৰ পাচত—সকলোৱে চাই আছোঁ—সেইধাৰ ভিখাৰী ছোৱালীজনীৰ পিনে দলি মাৰি দি কিবা এটা উচ্চাৰণ কৰিলে !

ৰাজকুমাৰীৰ ইমান দয়া !—এটা গুঞ্জন ভাঁহি আহিল ।

তেনেতে সাৰ পালোঁ ! কিযে এটা সপোন—একেবাৰে অৰ্থহীন !



মোৰ এই গল্পৰ বিষয়-বস্তুটো ইমান সাধাৰণ আৰু তুচ্ছ যে ক'বলৈকে লাজ লাগে। চেনি—এটোপোলা চেনিৰ বিষয়ে বাৰু গল্প হ'ব পাৰে নে? কিয় জানো, গল্প হওক বা নহওক, মোৰ ক'বলৈ ইমান মন গৈছে !

পিচে গল্পটো কোৱাৰ আগতে মোৰ নিজৰ বিষয়ে কিঞ্চিৎ চিনাকি দি ল'ব লাগিব। মোৰ নাম মহেন্দ্ৰ। কলেজত অধ্যাপনা কৰোঁ। টকা পাওঁ সামান্য, কিন্তু টকাৰে কি হ'ব? লাগে শিক্ষা, জ্ঞান, মৰ্য্যাদা। আৰু সেই উদ্দেশ্যৰে সৰুৰেপৰা মই একাণপতীয়াকৈ পঢ়াত লাগিছিলোঁ। কিতাপৰ পোক হৈ পৰিছিলোঁ।

এদিন আমাৰ ঘৰত থাকি পঢ়িবলৈ আহিল হৰেশ। আমাৰ দূৰ সম্পৰ্কীয় মোমাইদেউৰ ল'ৰা। পঢ়াৰ উপৰিও মোমাইদেউৰ পেটে

পেটে উদ্দেশ্য আছিল—মোৰ লগত থাকিলে জানোচা হবেশো ভাল ল'ৰা হৈ যায়।

অৰ্থাৎ হবেশ ভাল ল'ৰা নাছিল! স্কুলৰ পৰা পলোৱা, বৰশী বোৱা, চিনেমা চোৱা আৰু যাৰে-তাৰে লগত কাজিয়া কৰি ফুৰা বিধৰ ল'ৰা আছিল হবেশ। এইবাবে হবেশ অহাৰ দিনা মা-দেউতাৰ মাজত গুৰুগুৰীয়া আলোচনাও হৈছিল :

'মহেনৰ লগত থাকি সি যদি ভাল হয়, তেন্তে ভাল কথা—আহক হবেশ।'

'কিন্তু তাৰ লগত পৰি ঘূৰি মহেন যদি বেয়া হয়?'

কিন্তু মই বেয়া নহলোঁ। শ্ৰেণীত সদায় প্ৰথম হৈয়েই গলোঁ। হবেশে যি কৰে কৰক—মই মোৰ দৈনন্দিন কাম কৰি গলোঁ।

পিচে হবেশে সকলোৰে চকুত ধূলি মাৰিলেও এদিন সি হাতে হাতে ধৰা পৰি গ'ল। বান্ধনী ঘৰত সোমাই মনে মনে সি চেনি গলিয়াই খাইছিল! এনে লুভীয়া আৰু চোৰ! মই পাচফালৰ পৰা হাতখনত থাপ মাৰি ধৰি কলোঁ—'চোৰ! চেনি বেছিকৈ খালে পেলু হয় বুলি নাজান? স্বাস্থ্য-বিজ্ঞানত কি লিখা আছে জান?'

হবেশে হাতখন জোকাৰি চেনিখিনি গুচালে, তাৰ পাচত শুকান হৈ যোৱা ওঠ দুটা লৰাই কলে—'লগাই দিলে মৰিবি কিন্তু!'

কিন্তু ভয় খুৱালেও হবেশে নিজে ভয় খালে বেছি। পিচদিনা পুৱাই সি কাকো নোকোৱাকৈ পলাই গুচি গ'ল।

তাৰ পাচত বাৰ বছৰৰ ব্যৱধান। এই বাৰ বছৰৰ ভিতৰত কিমান পৰিবৰ্ত্তন ঘটিল। পঢ়ি-শুনি মই হলোঁ কলেজ এখনৰ অধ্যাপক। চাকৰিটোৱে মাহটোৰ চাউল-চেনি সমুদায় সংগ্ৰহ নহলেও দহৰ সন্মান সংগ্ৰহ হয়। আৰু চাউল-চেনিৰ ক্ষেত্ৰতো কিমান

পৰিবৰ্ত্তন। আগেয়ে ওৱাদানিকৈ খাব-পেলাব পৰা চাউল চেনি এতিয়া গা-মূৰিহে পোৱা হ'ল—চাৰিও ফালে মহাৰ্ঘ।

তাৰ পাচত এদিন অপ্ৰত্যাশিতভাবে হৰেশৰ প্ৰবেশ! সেই হৰেশ। সাংঘাটিক শকত হৈ পৰিছে। ভিভিত এডাল সোণৰ ছেইন। নতুন এখন চাইকেল। মুখত সন্তোষৰ তামোলৰ ৰং। আজিকালি বোলে দোকান দিয়ে—ভীষণ লাভ হয়!

চেনি নোহোৱা চাহ কাপ আধাতে শেষ কৰি হৰেশে কলে—'চেনি পাবলৈ বৰ টান হ'ল।'

মই যোগ দিলোঁ—'কণ্ট্ৰোল—কণ্ট্ৰোল। এচিকটা চেনি বেছিকৈ নাপাওঁ।'

উত্তৰত হৰেশে হাঁহিলে, তাৰ পাচত চাইকেলত উঠিলগৈ। আৰু তাৰ পাচদিনা—কি—আচৰিত—হাতত চেনি এটোপোলা লৈ আকৌ হৰেশ! মই চেনিখিনি আথে-বেথে সোণ এটোপোলা লোৱাদি লৈ কলোঁ—'উঃ! বৰ ৰক্ষা কৰিলি।'

'লগাই দিলে মৰিবি কিন্তু!' হৰেশৰ সাৱধান বাণী।

হৰেশ যোৱাৰ পাচত মই নিজকে নিজে সুধিলোঁ মাত্ৰ—এয়া হৰেশৰ প্ৰতিশোধ নে সময়ৰ প্ৰতিশোধ?



বাতৰিটো আৰু লগতে ফটোখন ওলাই গ'ল কাগজত। ড্ৰাইভাৰ ৰঘুনাথৰ ফটো। কিন্তু তাৰ আগতে কওঁ—মই মানুহটো কিবা এলেবাং প্ৰকৃতিৰ। য'তে-ত'তে বস্তুবোৰ এৰোঁ আৰু পাহৰোঁ। পৰিপাটী হ'বলৈ কিয়যে নিশিকিলোঁ!

নিশিকিলোঁ কিন্তু পাহৰা স্বভাৱটোৱে মোক এটা ডাঙৰ কথা

শিকালে। শিকালে—এই পৃথিবীত চোৰ আছে, ডকাইত আছে কিন্তু লগতে আছে সন্ত আৰু সাধুও। সন্ত আৰু সাধুলোক আজিৰ যুগতো মৰি নিঃশেষ হৈ যোৱা নাই। চোৰ-ডকাইত আমাৰ মাজতে লুকাই থকাৰ দৰে সন্ত-সাধুও লুকাই আছে আমাৰ মাজতে। আৰু সেইবাবেই বাতৰিটো আৰু ৰঘু ড্ৰাইভাৰৰ ফটোখন উলিয়াই দিলোঁ কাগজত।

বজাৰৰপৰা খপজপকৈ গাড়ীখনৰপৰা নামি ঘৰ সোমাইছোঁহি আৰু নামিয়েই চিকুণক চাহ একাপৰ অৰ্দাৰ দিছোঁ। তাৰ পাচত গৌৰী বৰুৱাৰ গানটোৰ বাবে ৰেডিঅ'টো পকাইছোঁ। গানটো নুশুনিলে আৰু শুনি কেনে পালোঁ সেই কথা সাজু কৰি নাৰাখিলে কাইলৈযে গৌৰীৰ আগত মুখ উলিয়াব নোৱাৰিম।

তেনেতে ৰঘু ড্ৰাইভাৰৰ প্ৰবেশ—মুখত দোষী দোষী এটা ভাব। বিনয়ী হাঁহি এটাৰে মনিবেগটো আগবঢ়াই দি কলে—'দেউতাই এইটো গাড়ীৰ চিটতে এৰি আহিল!'

এৰি অহা নাই, মই কোনো বস্তু নাপাহৰোঁ—এনে ভাবেৰে মনিবেগটো হাত পাতি ল'লোঁ যদিও মনে মনে বৰ লাজ লাগি গ'ল। যাঃ—মোৰোযে এই স্বভাৱটো! তাৰ পাচত, ৰঘু ওলাই যোৱাৰ পাচত বেগটো খুলি দেখোঁ—পুৰা দেৰশ টকাই আছে, এখন নোটো ইফাল-সিফাল হোৱা নাই!

বৰ ভাল লাগি গ'ল। টকাখিনি ঘুৰাই পোৱাতকৈও এইটো ভাবিহে বেছি ভাল লাগিল যে সন্ত-সাধু এই যুগতো আছে! তাক টকা দহোটা বকচিচ্ দি দিওঁনেকি? নহয়, সেইটোতকৈ বেছি ভাল হ'ব দহজনক সেই বিষয়ে জনোৱা। দহজনে শিকক, দহজনে ৰঘু ড্ৰাইভাৰৰ আদৰ্শ গ্ৰহণ কৰক। সমাজখন ভাল হওক, মঙ্গলময় হওক!

কথাটো শুনি গৌৰীয়ে বাৰু কি ক'ব? ক'ব—নহয়, সন্তুৰ মোকে ঘুৰাই ভৎসনা কৰিব—'ইমান ভোলানাথ আৰু দেখা নাই!'

ভেতিয়া হাঁহি হাঁহি মই ক'ম—'এবা, ভোলানাথেই ! নহলে জানো গৌৰীক পাওঁ ?'

গতিকে বাতৰিটো আৰু লগতে ফটোখন ওলাই গ'ল কাগজত। আৰু ফটোখন ওলাই যোৱাৰ দিনা ৰঘু ভ্ৰাইভাৰৰ যে কি আনন্দ ! সি জেঁাটাই জেঁাটাই চিকুণক বাতৰিটো পঢ়ি শুনালে। ফটোখন দেখুৱালে।

গ'ল কথা গুচিল। কিন্তু মোৰ বদ অভ্যাসটোহে নুগুচিল। কিযে এলেবাং প্ৰকৃতিৰ হলোঁ মই মানুহটো ! ইমান পাহৰোঁ !

সিদিনাও অফিচৰপৰা ঘুৰি আহিছোঁ। আহিয়েই হাতঘড়ীটো মেজত খুলি থৈ মুখখন ধুইছোঁ আৰু ধুই উঠিয়েই চাহত সোহা মাৰিছোঁ। বজাৰলৈ যাব লাগে। ঘড়ীটোত এডাল নতুন ফিতা লগাব লাগে। কালি গৌৰীৰ যি ককৰ্থনা ! ঘড়ীৰ ফিতাডাল নবদলালে মোৰ লগত হেনো আৰু কথাই নাপাতে !

আৰু ঘড়ীৰ দোকানত ফিতা বদলাবলৈ হাতখন দাঙি দেখোঁ:— ঘড়ীটো নাই !! মুখখন ক'লা পৰি গ'ল। দোকানীজনেযে কি ভাবিলে ! ক'ত এৰিলোঁ বাৰু ? মুখ ধুবলৈ খুলি থৈ মেজতে এৰিলোঁ নেকি ? কিন্তু চাহকাপ দাঙি লোৱাৰ আগতে পিন্ধা যেন লাগিছে দেখোন। নে একেবাৰে নতুন ফিতা লৈ পিন্ধিম বুলি গাড়ীতে এৰি আহিলোঁ ? যাঃ—মোৰোযে এই স্বভাৱটো !

কিন্তু নাই; ক'তো এৰা নাই ঘড়ীটো ! তেন্তে কি হ'ল ? আৰু চাহ দিবলৈ আহোঁতে দেখিছিলিনেকি বুলি চিকুণক যদি সোধোঁ, তেন্তে সন্দেহ কৰা বুলি সিয়েৰা কি ভাবিব ? কিন্তু মোৰ মনত আছে—চাহকাপ দাঙি লোৱাৰ আগতে ঘড়ীটো যেন পিন্ধি লৈছিলোঁ। পিন্ধি থাকোঁতে মোৰ মনলৈ আহিছিল গৌৰীৰ সেই কথাষাৰ—'দেখিব—আৰু যদি এইডাল ফিতা মাৰি আহে, মই আপোনাক আৰু নামাতো।'

ৰাতি বিছনাত পৰি মই নিজকে এইবুলি সান্ত্বনা দিয়াৰ বাহিৰে আৰু আন কথা বিচাৰি পোৱা নাছিলোঁ। যেতিয়া হানি হ'বলগীয়া থাকে, হয়েই। টকা দেৰশ ঘূৰাই পালোঁ যদিও নতুন ঘড়ী এটাত সেইখিনি এতিয়া দি আহিব লাগিব।

কিন্তু পিচদিনা পুৱা অবাক কাণ্ড। চাহৰ মেজত বহিছোঁ মাত্ৰ, হাঁহি হাঁহি চিকুণ—'দেউতাৰ ডাঙৰ বস্তু এটা হেৰা পাইছোঁ। কওক বাৰু কি বস্তু!'

মই মনত নপৰা ভাও জুৰি কলোঁ—'ক'তা—কি বস্তু!'

সি লাহেকৈ হাতৰ টিপত লুকাই ৰখা মোৰ ঘড়ীটো দেখুৱাই কলে—'আবেলি বাথ-ৰুমত পৰি আছিল। মই মচি-কাচি সুন্দৰকৈ থৈ দিছোঁ।'

বাথ-ৰুমত? কিন্তু ক'তা—অফিচৰপৰা আহি কালি আবেলি বাথ-ৰুমলৈতো যোৱা নাছিলোঁ! কেতিয়া গৈছিলোঁ? মই তাৰ চকু দুটালৈ চাই এবাৰ সুৰঁৰিবলৈ চেষ্টা কৰিলোঁ—কেতিয়া, কেতিয়া গৈছিলোঁ?

চিকুণে লজ্জা কৰাৰ দৰে দেখোন চকু দুটা নমালে, তাৰ পাচত ভৰিৰ আঙুলিৰে মাটি খুচৰি খুচৰি লাজেৰে সুধিলে—'মোৰ ফটোখন কেতিয়া ল'ব দেউতা?'



পুৱাৰপৰা কিনকিনীয়া বৰষুণ। গতিকে আগতে মই কৈ ৰাখিলোঁ—'আজি দেউতা, বজাৰলৈ নগলেও হ'ব! কিনিবলগা নাই একো, চব আছে।'

'গৰু! আজি বজাৰত পোণা মাছ ওলাব! এভাগ পাত্ত দিবি আৰু এভাগ...'

'কিন্তু ববষুণযে।'

'ববষুণ বাবেইতো ওলাব।'

বুঢ়া দেউতাৰ লগত সদায় যাব লাগে বজাৰলৈ। বব খং উঠে—যিহে কইনা খোজ! আৰু পিটিকি পিটিকি বস্তুবোৰ যেনেকৈহে বাছি থাকে! কেতিয়াবা পিছে বেয়াও লাগে। বেয়া লাগে বাবেই হকে-বিহকে দাবি-হুকি এটা মাৰিলেও বেয়া নালাগে।

ববষুণ আৰু ববষুণ। বাটটো তেনেই বোকা। তাতে আকৌ মানুহবোৰৰ হুঁচ নাই। উজুটিত উৰাই নিব খোজে। এবাৰ বুঢ়া দেউতা মাজ বাটতে ৰৈ গল। অনৰ্গল গাড়ীবোৰ অহা-যোৱা কৰিছে।

'কি হ'ল, দেউতা? ভাগৰ লাগিছে?'

'নহয় অ'! গাড়ী এখন পোৱা হলে—চিনাকি গাড়ী!'

আটাইবোৰ অচিনাকি গাড়ী—অহা আহিছে, যোৱা গৈছে।

'আমাৰ সোণমইনাৰ গাড়ীখন দেখিলে ৰাখিবিচোন। চিক্‌চিকীয়া ক'লা গাড়ী—একেবাৰে নতুন।'

বুঢ়া দেউতাৰ ডেকা পুতেক সোণমইনা! টাউনত বেলেগে থাকে। কোনোবা অফিচত বোলে চাকৰি কৰে—গাড়ী এখনো আছে।

'নহয়, ৰাখিব নালাগে। মোক দেখিলে এনেয়ে ৰাখিব।'

কিন্তু কোনো ক'লা গাড়ী নুৰ'ল—অহা আহিল, যোৱা গ'ল।

সৌখন নেকি? দেউতাই কোৱা দৰে চিক্‌চিকীয়া ক'লা! যি হয় হ'ব, হাতখন দিলোঁ দাঙি! কিন্তু নৰ'ল—আমাক নেদেখিলেই হ'বলা। যি গতিত আহিছিল, সেই গতিৰেই আগবাঢ়ি গুচি গ'ল গাড়ীখন।

'চিঃ চিঃ চিঃ। দেখিছ এইসোপা!'

তেতিয়াহে দেখিলোঁ—গাড়ীখন ৰাখিবলৈ মাজ বাটলৈ যাওঁতে দেউতাৰ চুৰিয়াখনত বোকা এসোপা ছটিয়াই থৈ গ'ল ক'লা গাড়ীখনে।

'মৰ। একে খুল্লাই মৰ!'

'কিন্তু দেউতা, সেইখন সোণমইনা ককাইদেউ'ৰ গাড়ী হবলা। চিকচিকীয়া ক'লা। আৰু তেখেতকো যোৱা যেন দেখিলোঁ— আমাকহে নেদেখিলে।'

হঠাতে কিয় জানো—বুঢ়া দেউতাৰ ঘোপা চকু দুটা উজ্জল হৈ উঠিল। তাৰ পাচত পূৰ্ণ গতিত আগবাঢ়ি গৈ নেদেখা হোৱা গাড়ীখনলৈ চালে আৰু চাই চাই ক'লে—

'দেখিলি! কেনে চিক্‌চিকীয়া নতুন গাড়ী। কৈছোঁ নহয়— সোণমইনাৰ এখন গাড়ী আছে—আমাৰ এখন গাড়ী আছে।'



আমাৰ সৰু বাইদেউৰ ল'ৰা মিণ্টু যে—এনে অকৰা! সি আমাৰ পেহীদেউ, খুৰীদেউ, মাহী— যাকে দেখে, সকলোৰে কোলাত উঠি চিয়ঁৰি দিয়ে—মা! আৰু এদিন কৰিলে কি—আমাৰ বৰ বাইদেউৰ কোলাত উঠিও সেইদৰে চিয়ঁৰি দিলে!

বৰ বাইদেউক মা বুলিলে কেনেবা কেনেবা লাগে। কাৰণ তেওঁৰ বিয়া নহ'ল আৰু সেইবাবে মাকো নহ'ল। পঢ়া-শুনা লৈয়েই ব্যস্ত থাকিল বাইদেউজনী। কলেজত ল'ৰা পঢ়ুৱায় আৰু ঘৰত আহি কিবা-কিবি লিখে। বিয়া-বাৰুৰ প্ৰতি সদায় অনাস্থা।

বিয়া নহ'ল বুলি বৰ বাইদেউৰ সেইবুলি দুখো নাই। মুখত সদায় হাঁহি, সদায় প্ৰফুল্ল মন। আনকি সৰু বাইদেউৰ বিয়াৰ দিনাও। আৰু সঁচা ক'বলৈ গলে সৰু বাইদেউৰ বিয়াখন তেওঁৰ পৰাই হ'ল

বুলিব লাগে। দৰা বিচৰাৰ পৰা বিয়াৰ দিনা দৰাঘৰক সোধ-পোচ কৰালৈকে সকলো কাম তেওঁৰ মুৰৰ ওপৰেদিয়েই পাৰ হৈ গ'ল।

আমি ভাবিছিলোঁ—দৰা ঢোলে-দগৰে ৰভাৰ তল পোৱাহিৰ লগে লগে বৰ বাইদেয়ে এজোলোকা কান্দিব—নাকান্দিলে। ভাবিছিলোঁ—সৰু বাইদেউক লৈ দৰা পদূলি মুখ পালেগৈ কিন্তু তেওঁ কান্দিব—নাকান্দিলে। তেওঁৰ মুখত সেই একে হাঁহি, মনত সেই একে আনন্দ।...

বহুত দিনৰ পাচত এদিন সৰু বাইদেউ আহিল। এইবাৰ তেওঁৰ কোলাত মিণ্টু। ভাবিছিলোঁ—সৰু বাইদেউৰ সৌভাগ্য দেখি বৰ বাইদেয়ে অক'মান দুখ কৰিব—জীৱনটো অথলে গ'ল। কিন্তু নকৰিলে। মিণ্টুক বৰ ধুনীয়াটো হৈছে বুলি কোলাত সাৱটিহে ল'লে আৰু চুমাৰ পাচত চুমাৰে মুখ ওপচাই পেলালে।

তাৰ পাচত এদিন মিণ্টুৱে বৰ বাইদেউৰ কোঠাত সোমাই যিহে কৰিলে! বাইদেয়ে একান্তমনে কিতাপ এখন পঢ়ি আছিল। চুচৰি চুচৰি কোন তলকতযে সোমালগৈ সি! বাইদেয়ে মুৰ দাঙি তালৈ এবাৰ চালে, তাৰ পাচত কিতাপখন জপাই কোলাত তুলি ল'লে। মিণ্টুৱে এবাৰ বাইদেউৰ মুখখন তন্ন তন্নকৈ পৰীক্ষা কৰিলে, তাৰ পাচত চিয়ঁৰি দিলে—মা!

ভাবিছিলোঁ—মিণ্টুৰ অজ্ঞতাত বাইদেয়ে পেহীদেউ, খুৰীদেউহঁতৰ দৰে হাঁহি দিব। নাহাঁহিলে। হাঁহিব নোৱাৰিলে। আৰু আচৰিত কথা—বৰ বাইদেউৰ মুখখন কিয় জানো এবাৰ গোপনে বিষণ্ণ হৈ উঠিল। লগে লগে তেওঁ মিণ্টুক নিবিড়ভাবে সাৱটি ধৰি তাৰ গালত গাল এখন লগাই দিলে আৰু সেই গালেদি বাগৰি আহিল ধৰি ৰাখিব নোৱাৰা এধাৰ চকুপানী!

মিণ্টুটোৱে—এনে অকৰা। সিনো বাৰু যাকে-তাকে তেনেকৈ মা বুলি চিয়ঁৰি দিব লাগেনে?



সাবিত্ৰী দত্তিদাৰে অসমীয়া জানে!

অৰণ্যে তেওঁ জানিলতে অসমীয়া ভাষাটো এখোপ ওপৰলৈ উঠি যোৱা নাই! মই ক'ব খুজিছোঁ—ওঁঠত ডাঠ লিপ্‌ষ্টিক, হাতখৰা-ব্লাউজ, চেম্পো কৰা চুলি, দিনটো ঘূৰি-পকি ফুৰা ব্যস্ততা—ইমান-বোৰৰ মাজতো সাবিত্ৰী দত্তিদাৰ নামৰ অনা-অসমীয়া মহিলা এগৰাকীয়ে অসমীয়া শিকিলে কেনেকৈ!

আমাৰ হোষ্টেলৰ সন্মুখৰ ভাড়া ঘৰটোতে থাকে শ্ৰীমতী দত্তিদাৰ। তেওঁৰ দুটা ল'ৰা-ছোৱালী কিন্তু সাউতকৈ তেওঁক মাক বুলি চিনা টান! কাৰণ ওলাই গলে ল'ৰা-ছোৱালী দুটা তেওঁ গিৰিয়েকৰ কাষত থৈ যায়। ঘৰত থকাৰ সময়ত ল'ৰা-ছোৱালী দুটা নিস্তব্ধ। সেইটো ল'ৰা-ছোৱালী দুটাৰে শান্ত স্বভাৱৰ নিদৰ্শন নে মাকৰে অশান্ত স্বভাৱৰ নিদৰ্শন, কোৱা টান। কাৰণ সাবিত্ৰী দত্তিদাৰে ঘৰত থকাৰ সময়ত চিঞৰি চিঞৰি কথা কয়, চিঞৰি চিঞৰি গান গায় আৰু তাতেই ল'ৰা-ছোৱালী দুটাৰ মাত ধাক খাই থাকে নেকি জানো!

এষাৰত ক'বলৈ গলে শ্ৰীমতী দত্তিদাৰক মাক বুলি চিনা টান আৰু মাক বুলি চিনাকি নিদিবলৈকে তেওঁ যেন বেছি ভাল পায়।

গতিকে শ্ৰীমতী দত্তিদাৰে আমাৰ হোষ্টেলৰ দৃষ্টি সোনকালেই আকৰ্ষণ কৰি পেলালে। ইমান দীঘল পাতনিৰ প্ৰয়োজন নাছিলেই হ'বলা। ঘটনাটো সামান্য, অতি স্বাভাৱিক, অথচ অশোভনীয়। সামান্য হলেও, অশোভনীয় হলেও আৰু লিখিব নলগীয়া হলেও

ঘটনাটোৱে শ্ৰীমান অৰূপ বৰুৱাক দিয়ক নিদিয়ক, স্বয়ং সাবিত্ৰী দস্তিদাৰক দিয়ক নিদিয়ক, মোক অন্ততঃ এটা শিক্ষা—শিক্ষা নহলেও অভিজ্ঞতা দি গ'ল।

হোষ্টেলৰ চুপাৰিণ্টেণ্ডেণ্ট হিচাপে তেনে ল'ৰা হোষ্টেলত ৰখাটো বিপদ সঙ্কুল—এনে এক শিক্ষাৰ কথা কোৱা নাই। মই ক'ব খুজিছোঁ—

থাওক, তাৰ আগতে ঘটনাটো কৈ লওঁ। সন্ধিয়া একান্তমনে হোষ্টেলৰ হিচাপ-নিকাচ চাই আছোঁ, তেনেতে সোমাই আহিল এজাক সুগন্ধী বতাহ আৰু লগে লগে বতাহ এজাকৰ দৰেই শ্ৰীমতী সাবিত্ৰী দস্তিদাৰ। দস্তিদাৰে সলসলীয়া হিন্দীৰে কৈ গ'ল—হোষ্টেলৰ ওখ ক'লা ল'ৰাটোৱে দুপৰীয়া কেনেকৈ অশ্লীলভাৱে চাই সুহুৰিয়াই দিছিল। তাৰ উচিত বিচাৰ লাগে।

কথাবোৰ কৈ যাওঁতে শ্ৰীমতী দস্তিদাৰৰ মুখখনলৈ সুক্ষ্মভাৱে চালোঁ। কপালৰ আগৰ দুই-এডাল চুলি পকিছে! চকুত ক'লা দাগ, তথাপি হেৰাই যাব খোজা যৌৱনটো ধৰি ৰাখিবলৈ তেওঁৰ কি কঠিন সাধনা! হঠাতে মই চিনিক'ৰ দৰে ভাবি পেলালোঁ। শ্ৰীমতী দস্তিদাৰৰ খংটো কৃত্ৰিম নেকি বাৰু? তেওঁ পৰোক্ষভাৱে সদৰি কৰিবলৈ আহিছে নেকি যে তেওঁলৈ এতিয়াও ডেকা ল'ৰাই প্ৰশংসাসূচক দৃষ্টিৰে চায়? নে এই বয়সতো তেনে ব্যৱহাৰ পাই তেওঁৰ সঁচাকৈয়ে খং উঠিছে?

শ্ৰীমতী দস্তিদাৰক বহিবলৈ দিলোঁ। তাৰ পাচত শান্ত কৰাৰ উদ্দেশ্যে কলোঁ—"ই অতি গৰ্হিত কাম। বিশেষকৈ আপোনাৰ দৰে মহিলা এগৰাকীক। আপুনি তাৰ মাকৰ নিচিনা, অথচ—।"

কথাষাৰ শেষ হ'বলৈ নাপালে, শ্ৰীমতী দস্তিদাৰ দেখোন ধপহকৈ থিয় হ'ল, তাৰ পাচত এখোজ আগবাঢ়ি আহিল।

"খং নকৰিব। মই ল'ৰাটোক উচিত শাস্তি দিম—ৰাষ্টেল

ক'ৰবাৰ !" শ্ৰীমতী দস্তিদাৰে মোলৈ আচৰিত ধৰণে চালে, তল ওঁঠটো কামুৰি ধৰিলে, তাৰ পাচত সলসলীয়া অসমীয়াত কৈ উঠিল—"মাক ! মই তাৰ মাকৰ নিচিনা !"

মই আচৰিত হৈ গলোঁ। শ্ৰীমতী দস্তিদাৰে তেন্তে অসমীয়াও জানে ?



এইযে ডিউটি শেষ কৰি কেনিও চকু নোতোলাকৈ হাস্পতালৰ পৰা ওলাই গৈছে নাৰ্ছজনী—তাইলৈ মোৰ বৰ বেয়া লাগে, বৰ দুখ লাগে। চাকৰিটোৱেই তাইক তেনে কৰিছেনে, টকাৰ অভাৱতে তাই তেনে হ'বলৈ বাধ্য হৈছে, ক'ব নোৱাৰোঁ কিন্তু সঁচাকৈয়ে কৈছোঁ—তাইলৈ মোৰ বৰ বেয়া লাগে। বেচেৰী ! তাইযে কথাটো কিয় তেনেভাবে ল'লে !

নহয়, আচলতে পুতৌৰ পাত্ৰ কিজানি মই নিজেহে। মোৰ অন্তৰৰ কথাটো তাইক বুজাব নোৱাৰিলোঁ। নহয়, হাঁহিও উঠে—মানুহৰ মনবোৰ ইমান ঠেক গণ্ডীৰ মাজত আৱদ্ধ।

জাঁকৰী বুলিবও নোৱাৰি এলিজাক। ইমান নিখুঁতকৈ কামবোৰ কৰিব পাৰে আৰু ইমান খৰকৈ। সাদৰী, হাস্পতালৰ সকলো ৰোগী তাইৰ এবাৰ আয়ে দেহিৰ বাবে যেন উৎকণ্ঠিত হৈ থাকে। আৰু ইমান ধুনীয়া আৰু কোমল মনৰ যে মোৰ ভাবিবৰ মন যায়—মই যেন অহা জনমতো ডাক্তৰেই হওঁ আৰু তাইকে যেন নাৰ্ছ ৰূপে পাওঁ। আৰু সঁচা নকৈ কি—মৰম লাগিয়েই মই তাইক চাকৰিটোত মকৰল কৰিছিলোঁ।

কেতিয়াও ভবা নাছিলোঁ যে এদিন তাইক মোৰ ইমান ভাল লাগি যাব আৰু তাৰ পাচত এদিন তাইৰ মনটো জানি মনে মনে মই কান্দি পেলাম।

এলিজাৰ চিফ্‌ট ডিউটি—কোনোদিনা পুৱা হয় বজাত আছে, কোনো দিনা দুই বজাত আৰু কোনো দিনা বা ৰাতি। কোৱা বাহুল্য—এলিজাৰ কোন দিনা কেতিয়া ডিউটি, সেই কথা মোৰ কণ্ঠস্থ আৰু সেইমতে টেলিফোন কৰোঁ। চাকৰিটো কেনে লাগিছে, কিবা অসুবিধা হৈছে নেকি, আজি তোমাক দুপৰীয়া বজাৰৰ ওচৰত দেখিছিলোঁ—ইত্যাদি অৰ্থহীন কথা-বতৰা। তাতকৈ এখোজ আগবাঢ়িবলৈও ভয় লাগে। মোৰ এটা পজিশ্যন আছে—হাস্পতালৰ এজন প্ৰধান ডাক্তৰ আৰু এলিজা ধুনীয়া হলেও নাৰ্ছ। মোৰ তলতীয়া সাধাৰণ নাৰ্ছ।

কিন্তু নাৰ্ছ হলেও এলিজা নাৰী আৰু ওপৰৱালা ডাক্তৰ হলেও মই পুৰুষ। মোৰ মনে এলিজাক বিচাৰে—ইয়াতকৈ আৰু কি লাগিছে? গতিকে আমাৰ দ্বিতীয় পৰ্যায় আৰম্ভ হ'ল এনেদৰে: তুমি ৰোগীক দৰৱ এটা খুৱাবগৈ লাগে বুলি টেলিফোনটো থৈ দিয়া কিয়, দহ মিনিট পলম কৰিলে সেই ৰোগীজন নমৰে। তুমি ইমান সংক্ষেপকৈ উত্তৰ দিয়া কিয়। সদায় মইহে আগতে টেলিফোন কৰোঁ, তুমি আগতে কৰিব নোৱাৰা নেকি?

লক্ষ্য কৰোঁ—এলিজাই আমনি নাপায়। টেলিফোনটো দাঙিলেই মই তাইক পাওঁ আৰু আগ্ৰহেৰেই টেলিফোনটো ধৰে! টেলিফোন কৰিম বুলি ভাবিয়েই ওচৰত বৈ থাকে নেকি জানো! সদায় আছে কামলৈ—ক্ষতি নকৰে। কেতিয়াবা ভাবিবৰ মন যায়—সেয়া চাকৰিৰ মোহ নে মোৰ প্ৰতি অকণমান কিবা টান।

এদিন ৰাতি বাৰ বজালৈকে চকী এখনত বহি বহি ভাবিছোঁ—এলিজা ডিউটিত, তাই মোলৈ এটা টেলিফোন নকৰে কিয়? কিবা

এটা সুবুজাৰ অজুহাত দেখুৱাই হাস্পতাললৈকে নামাতে কিয় ? কিন্তু পিচ মুহূৰ্ত্ততে ভাবিলোঁ কিবা এটা কামৰ অজুহাত দেখুৱাই ময়েনো নাযাওঁ কিয় ? যদি অকলশৰীয়াকৈ পাই যাওঁ এবাৰ, তেন্তে সকলো সাহস গোটাই কৈ দিম—তুমি ৰাতি ডিউটিত থকাৰ দিনা মোৰ টোপনি নধৰে। ভয় নাই, কথাষাৰৰ অৰ্থ এনেও হ'ব পাৰে—তুমি নতুন নাৰ্ছ, সেইবাবে হাস্পতালটো হেদাণ্ডি মেলি নিচিন্তে টোপনি যাব নোৱাৰোঁ।

সোমাই গলোঁ। এলিজাই ৰোগী এজনৰ মুখত থাৰ্ম্মোমিটাৰ দি কিবা এটা ভাবি দূৰলৈ চাই আছে—যেন কিবা এটা সপোন। কাৰ সপোন বাৰু ? মোৰে নেকি—এৰা, নহলে মোক দেখা মাত্ৰকে চকু দুটা উজ্জ্বল হৈ উঠিল কিয় ? উজ্জ্বল চকু দুটাৰে এলিজা কাষচাপি আহিল। তাৰ পাচত সৰুকৈ হাঁহি কলে—'জানে—আজি সৰযু আৰু হামিদা দুয়োজনী অহা নাই।' কিন্তু এয়া নিমন্ত্ৰণ নে বিদায় ? অৰ্থাৎ দুয়োজনী নাই, আহা—আমি মন খুলি কথা পাতি থাকিব পাৰিম। নে—দুয়োজনী নাই, যোৱাগৈ—আজি ভীষণ কাম ? ভাবি একো উলিয়াব নোৱাৰি ময়ো সৰুকৈ হাঁহিলো মাত্ৰ—সেই হাঁহিটো দুয়োটা অনুমানতে প্ৰযোজ্য। কিন্তু মিছা হ'ল—দূৰৰ বিচনা এখনত কেচুৱা এটা কান্দি উঠিল আৰু এলিজা গুচি যাবলগা হ'ল কোবা-কুবি খোজেৰে।

কিবা এটা কাম দেখুৱাব লাগিল, নহলে অসময়ত এনেদৰে অহাৰ কি অৰ্থ হ'ব পাৰে ? ভাবি মোৰ কোঠাটোত সোমালোঁগৈ, শকত কিতাপ এখন মেলি ললোঁ আৰু চিন্তা কৰিলোঁ—এলিজা যদি এবাৰ আহিলেহেঁতেন !

আৰু কি আচৰিত—ক্ষন্তেক পাচত অপ্ৰত্যাশিতভাৱে সঁচাকৈয়ে সোমাই আহিল এলিজা। ক্ষন্তেক থিয় দি ৰ'ল। তাৰ পাচত নীৰৱতা ভঙ্গ কৰি সুধিলে—'কথা এটা কওঁ ?'

উত্তৰত মই এলিজালৈ চালোঁ, তাৰ পাচত কলোঁ, 'বহা' !

এলিজা বহিল, তাৰ পাচত কথা ক'বলৈ সঙ্কোচ কৰাৰ দৰে জোঙা আঙুলি এটাৰে মেজখনত কিবা এটা আঁকিলে।

'কোৱা।'

এলিজাই মোৰ ফালে এবাৰ পোনকৈ চালে। দেখিলোঁ—চকু দুটা চলচলীয়া হৈ উঠিছে। তাৰ পাচত তাই নিঃশব্দে থিয় হ'ল।

"কোৱা।"

'আপুনি—আপুনি—মোক ইমান পৰীক্ষা কৰি থাকে কিয় ?'

'পৰীক্ষা ! নকৰিম কিয়—তুমি দেখোন উপযাচি মোলৈ টেলিফোন এটাও নকৰা।' এলিজাৰ চলচলীয়া চকু দুটালৈ চাই হাঁহি হাঁহি ভাবিলোঁ।

'জানে—মই ফাঁকি দিয়া ছোৱালী নহওঁ।'

বৰ ভাল লাগি গ'ল, কলোঁ—'যোৱাঃ ! ফাঁকি দিয়া বুলিনো কেতিয়া কৈছোঁ ?'

এইবাৰ এলিজাজনীয়ে সঁচাকৈয়ে কান্দি পেলালে, কান্দি কান্দিয়েই ক'লে—'আপুনি সদায় টেলিফোন কৰি পৰীক্ষা কৰি চায় —মই ঠিক সময়ত ডিউটিলৈ আহিছোঁনে নাই। আৰু আজি অসময়ত আহি চাইছে—মই ঠিকমতে ডিউটি কৰিছোঁ নে শুই আছোঁ ! জানে—মই ফাঁকি দিয়া ছোৱালী নহওঁ। মই···'

কৈ কৈ মোৰ কোঠাৰপৰা ওলাই গ'ল এলিজা। মই অবাক দৃষ্টিৰে সেইপিনে মাথোন চাই থাকিলোঁ।

